# নলিনীবালা দেৱী

সংগ্ৰাহক আৰু সম্পাদক

ডক্টৰ হেমন্তকুমাৰ শৰ্মা

সহযোগী সম্পাদক

অধ্যাপক শ্ৰীৰামচৰণ ঠাকুৰীয়া




১৯৭৯

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

NALINIBĀLĀ DEVĪ

A collection of critical studies on the life and activities of the late Nalinibala Devi as poet, literateur and social worker, compiled and edited by Dr Hemanta Kumar Sarma, assisted by Prof. Ramcharan Thakuria, and published by Shri Lila Gogoi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat, February, 1979. Price : Rupees fifteen only.

॥ প্ৰকাশক : শ্ৰীলীলা গগৈ, প্ৰধান সম্পাদক, অসম সাহিত্য সভা ॥
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট ॥
॥ প্ৰথম প্ৰকাশ : ফেব্ৰুৱাৰী ১৯৭৯ ॥
॥ বেটুপাতৰ শিল্পী : আৰ্টিষ্ট গিল্ড * গুৱাহাটী ॥
॥ ছপাশাল : পূৰ্বদেশ মুদ্ৰণ * গুৱাহাটী ॥

॥ মূল্য : পোন্ধৰ টকা মাথোন ॥

# আগকথা

নলিনীবালা দেৱী অসমীয়া সাহিত্যৰ এটি অবিস্মৰণীয় নাম। তেওঁ ভাৰতীয় ধ্যান-ধাৰণাৰ বিশাল সাগৰত স্নান কৰি অসমীয়া কাব্য-সাহিত্যৰ ভঁৰাললৈ এমুঠি মুকুতামণি যেন কবিতা দান দি থৈ গৈছে। ১৯৭৭ চনৰ ডিচেম্বৰ মাহৰ ২৪ তাৰিখে নলিনীবালা দেৱীয়ে ইহ জগতৰপৰা মেলানি মাগিলে। অসম সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সভানেত্ৰী ৺দেৱীৰ স্মৃতিত এখনি স্মৃতিগ্ৰন্থ প্ৰকাশ কৰিবলৈ সিদ্ধান্ত কৰা হৈছিল। 'নলিনীবালা দেৱী' উক্ত সিদ্ধান্তৰে ফল। পুথিখনৰ সম্পাদক ড° হেমন্তকুমাৰ শৰ্মা আৰু অসম সাহিত্য সভাৰ কৰ্মকৰ্তাসকললৈ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট
২৫ জানুৱাৰী ১৯৭৯

শ্ৰীলীলা গগৈ
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# আমাৰ কথা

অসমীয়া আধ্যাত্মিকতাবাদী কবিৰ কথা ওলালেই পোনপ্ৰথমে মনত পৰে নলিনীবালা দেৱীৰ নামটো। এই গৰাকী কবিয়ে অসমীয়া কাব্য-সাহিত্যলৈ যি বৰঙণি দি গৈছে, সি চিৰস্মৰণীয় হৈ থাকিব। ব্যক্তিগত দুখ-শোকে কবিক জুয়ে পোৰা সোণৰ দৰে যেনেকৈ নিৰ্মল আৰু উজ্জ্বল কৰি তুলিছিল, তেনেকৈ কবিক আধ্যাত্মিক চিন্তা-জগততো প্ৰৱেশ কৰাৰ পথ সুচল কৰি দিছিল। ইয়াৰ ফলস্বৰূপেই কবিয়ে আমাক দি গ'ল আধ্যাত্মিক ভাবৰ উচ্চমান বিশিষ্ট কবিতা ৰাশি। লগতে কবিয়ে অসমীয়া সাহিত্যলৈ নাটক, জীৱনী আৰু প্ৰবন্ধৰো বৰঙণি দি গৈছে। তদুপৰি তেওঁ অসম সাহিত্য সভা, মইনা পাৰিজাত আদি বহু ৰাজহুৱা অনুষ্ঠানৰ লগতো জড়িত থাকি মৃত্যু পৰ্যন্ত নানা প্ৰকাৰে দেশৰ সেৱা কৰি গ'ল।

নলিনীবালা দেৱীয়ে ১৯৫৪ চনত যোৰহাটত অনুষ্ঠিত অসম সাহিত্য সভাৰ ২৪শ অধিবেশনৰ ( সঞ্জীৱনী যুগৰ ২য় অধিবেশন ) সভানেত্ৰীৰ আসন অলংকৃত কৰিছিল। তদুপৰি তেওঁ আছিল অসম সাহিত্য সভাৰ ২৮শ ( মৰিগাঁও ) অধিবেশন আৰু ৩৬শ ( বৰপেটা ) অধিবেশনৰ লগতে অনুষ্ঠিত কবি-সন্মিলনৰ সভাপতি। নলিনীবালা দেৱী কেৱল মহিলা-কবি বুলিয়েই নহয়, সমগ্ৰ অসমীয়া কবিৰ মাজতো তেওঁৰ স্থান আগশাৰীত। এনে এগৰাকী অসম-গৌৰৱ মহীয়সী নাৰীৰ ১৯৭৭ চনৰ ২৪ ডিচেম্বৰত পৰলোক হয়। ইয়াৰ পিছত অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে তেওঁৰ আত্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনোৱাৰ উদ্দেশ্যে এখনি স্মৃতি-গ্ৰন্থ উলিওৱাৰ সিদ্ধান্ত লয় আৰু স্মৃতি-গ্ৰন্থখনি সংকলন আৰু সম্পাদনা কৰাৰ দায়িত্ব আমাত অৰ্পণ কৰে। অসম সাহিত্য সভাৰ ইচ্ছাক্ৰমে আমি এই গধুৰ দায়িত্ব গ্ৰহণ কৰোঁ আৰু তাৰ ফলস্বৰূপেই সৃষ্টি হৈছে 'নলিনীবালা দেৱী' গ্ৰন্থ।

পুথিখনৰ আঁচনি কৰোঁতে আৰু সম্পাদনা-কাৰ্যত সততে আমাৰ লগত সহযোগ কৰিছে পৰম শ্ৰদ্ধেয় অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱে। এই ক্ষেত্ৰত অধ্যাপক শ্ৰীৰজনীকান্ত দেৱশৰ্মা, অধ্যাপক শ্ৰীযোগেশ দাস, অধ্যাপক

শ্ৰীৰামচৰণ ঠাকুৰীয়া, প্ৰধান সম্পাদক শ্ৰীলীলা গগৈ আৰু সহঃ সম্পাদক ড° নিশিপদ চৌধুৰীৰ পৰাও সহায় পোৱা হৈছে। যিসকল লোকৰ সমলেৰে এই গ্ৰন্থ সমৃদ্ধ হৈছে সিসকলৰ ওচৰত আমি বিশেষভাৱে কৃতজ্ঞ। স্বৰ্গীয়া নলিনীবালা দেৱীৰ পুত্ৰ শ্ৰীউপেন্দ্ৰকুমাৰ চাংকাকতি আৰু বোৱাৰীয়েক শ্ৰীমতী ৰেণুকা দেৱীয়েও পুথিখনৰ সংকলন-কাৰ্যত সহায় কৰিছে। গুৱাহাটীৰ আকাশবাণী (নাট-বিভাগ) কৰ্তৃপক্ষৰ সৌজন্যত নলিনীবালা দেৱীৰ আলোকচিত্ৰ এখনি ব্যৱহাৰ কৰিবলৈ পোৱা গৈছে। এই সকলোটিলৈকে মই ব্যক্তিগতভাৱে আৰু অসম সাহিত্য সভাৰ হৈ আন্তৰিক কৃতজ্ঞতা জনালো। পুথিখনৰ প্ৰবন্ধ সংগ্ৰহ বা নকল কৰি দিয়াৰ ক্ষেত্ৰত সহায় কৰিছে—সৰ্বশ্ৰী পুলিন শৰ্মা, অনন্তনাথ তালুকদাৰ, দুলালচন্দ্ৰ ডেকা, অঞ্জনকুমাৰ শৰ্মা আৰু কুমাৰী দীপশিখা দেৱীয়ে। এওঁলোকো ধন্যবাদৰ পাত্ৰ।

পৰিশেষত পুথিখনে পঢ়ুৱৈ সমাজৰ পৰা সমাদৰ পালে আমাৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

'অন্নপূৰ্ণা নিলয়'
লাচিত নগৰ, গুৱাহাটী
৭ ফেব্ৰুৱাৰী, ১৯৭৯

হেমন্তকুমাৰ শৰ্মা

## ॥ সূচীপত্ৰ ॥

# নলিনীবালাদেবীপ্রশস্তিসপ্তকম্

আচার্যমনোরঞ্জনশাস্ত্রিরচিতম্

স্বর্গীয়কল্পলতিকা নলিনীতি নাম্না
ভাগ্যেন কাপ্যসমভূমিতলে প্ররূঢ়া।
বাক্পুষ্পভাবমধুসৌরভসম্প্রসারৈ
রূপং নবীনমুপগত্য সুসম্ভৃতাঽভূৎ ॥ ১ ॥

আবির্বভূব কমলেব শরীরিণী সা
সেবাব্রতং চরিতুমত্র মনুষ্যলোকে
প্রেম্নাঽসমীয়-জনতাসু গৃহীতমূর্তি-
র্বাগ্‌দেবতা নয়নগোচরমাগতা বা ॥ ২ ॥

সজ্জন্মনাঽসমভুবং সমভূষয়ৎ সা
সৎকর্মণা জনগণান্ সমসেবতাঽপি।
বাচাঽসমীয়বচনং সমবর্ধয়চ্চ
সাঽজীবদেকমনসা জনতাহিতায় ॥ ৩ ॥

বাল্যেব সাঽতিসরলা ন তু চঞ্চলাসীদ্
দেবীব দিব্যগুণসঞ্চয়শালিনী চ।
মাধুর্যসৌরভরসৈর্নলিনীব সাক্ষা-
দেবং যথার্থমভবৎ কিল নাম তস্যাঃ ॥ ৪ ॥

কর্মাণি সর্বজনতাসুখসাধনায়
কৃত্বা মনশ্চ পরমাত্মনি সন্নিধায়।
বাচং পরাং সকলকামকলাং প্রপদ্য
প্রত্যাগমৎ সপদি ভাগবতীং গতিং সা ॥ ৫ ॥

নলিনীবালা দেবী

সাঽভূদ্ ভারতবর্ষহর্ষজননী বিদ্বজ্জনেষগ্রণীঃ
পদ্মশ্রীসমলঙ্কৃতাঽসমগুরৈঃ কন্যাঽগ্রগণ্যা তথা।
বিদ্যারাগবিভবেন কাপি তুলনা কর্তুং ন যোগ্যা যয়া
সা শ্রদ্ধাপ্রণতৈঃ স্মৃতাঽস্তু নলিনীবালা চিরং সজ্জনৈঃ ॥ ৬ ॥
যত্রাভূদ্ রমণীমণিস্তু নলিনীবালা কবেরগ্রণী-
র্যত্রাস্যা ললিতা রসাঢ্যকবিতামালা জনৈর্গীয়তে।
যত্রাস্যাঃ খলু কীর্তিগীতিরতুলা লোকে সদা শ্রূয়তে
ধন্যা সা হুসমারনির্গুণিগণৈর্মান্যা চিরং রাজতাম্ ॥ ৭ ॥

ইতি শম্

১৯০০ এতচ্ছকাব্দীয় সৌর-
বৈশাখমাসস্যৈকোনত্রিংশদিবসে।

# আইতা গ'ল

শ্ৰীবিমলচন্দ্ৰ বৰুৱা

যাবলে' নিদিওঁ বুলি
ভাবিছিলো আইতাক
আমাৰ সকলোটিকে এৰি ;
মৰমৰ আইতা আজি
স্বৰ্গবাসী হ'ল
পৃথিবীৰ মায়া পৰিহৰি।
বিধিৰ বিধান ইটো
জানিও নাজানো
মায়াৰ পুতলা জগতৰ ;
জানিলেও জীৱনৰ
সকলো সম্পদ
লক্ষ্য হ'ব মাথো মৰণৰ।
সৃষ্টিৰ বিধান ইটো
নহয় কদাপি,
পাহৰণি মাথোঁ মায়াজাল ;
মায়াৰ অভাৱে হ'ব
পৃথিৱী শুকান,
মৰমৰ ক্ষণ পথা কাল।
মনে মনে আছি কোনো
মনে মনে যায়

নলিনীবালা দেৱী

কোনো যায় চিৰ-চাৰ লৈ ;
মৰমে অমৰ কৰা
আইতা থাকিব
পৃথিবীত যুগমীয়া হৈ ।
জনম-ভূমিৰ মায়া
এৰিব নোৱাৰি
আকাশৰ তৰা হৈ ৰ'ব ;
কুলি-কেতেকীৰ দৰে
গছে গছে উৰি,
জননীৰ গুণকেহে গাব ।
পৃথিবীত এৰি যোৱা
নাতি সকলোৱে
পূজিব জননী কেনেদৰে ;
হিয়াৰ মৰম যাচি
অশৰীৰী ৰূপে,
তৰা হৈ চাব হেঁপাহেৰে ।
গীত আৰু কবিতাৰ
অমৰ নিৰ্মালি
বাণীৰ তপস্যা কৰি পোৱা ;
পৃথিবীত থৈ গ'ল
আমৰণ কৰি
জ্ঞানৰ ফটিক জলে ধোৱা ।
জননী-পূজাৰ আছে
যত উপচাৰ
সকলোটি কৰি আহৰণ ;
পূজিলা মাতৃক দেৱী
হেঁপাহ পলাই
সমাপিলা সাৰ্থক জীৱন ।

আইভা গ'গ

ধৰ্ম-কৰ্ম-ৰাজনীতি
উপাসনা কৰি
বহুমুখী প্ৰতিভা প্ৰকাশি ;
দেশমাতৃ সমাজৰ
সাধিলা কল্যাণ;
খ্যাতি যিটো হ'ব অবিনাশী।

আজীৱন সেৱাব্ৰতী
মাতৃ-হৃদয়ৰ
পৰশত উজলি উঠিল ;
সান্ত্বনাৰ বাণী শুনি
সহস্ৰ হৃদয়
প্ৰেৰণাৰে উপচি পৰিল।

'সন্ধিয়াৰ সুৰ' আৰু
'পৰশমণি'য়ে
পৰশিলে হিয়া জনতাৰ,
'জাগৃতি'য়ে দেখুৱালে
পথৰ সাৰথি
'বিশ্বৰূপা' 'অলকানন্দা'ৰ।

'সৰগৰ পাৰিজা'ত
মৰতত আনি
পাতি দিলা অতি যতনেৰে ;
জননীৰ মৰমৰ
নতুন পুৰুষ
আগবাঢ়ি যাব উলাহেৰে।

অসমীৰ সৰোবৰ
জ্ঞান-জলধিৰ
তাৰে দিব্য পবিত্ৰ নলিনী .

নলিনীবালা দেৱী

অশৰীৰী ৰূপে থাকি
জনমভূমিত
পোহৰাই ৰাখিব ধৰণী।
যাবলৈ নিদিওঁ বুলি
নোৱাৰি ৰাখিব,
চকুৰ পানীৰে দিলোঁ
শ্ৰদ্ধাৰ অঞ্জলি ;
অশৰীৰী আতমাৰ,
আশীৰ্বাদ পাই,
জন্মভূমি উঠক উজলি।

# শ্ৰদ্ধাৰ্ঘ্য

শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

গীত গাই গাই
সৰগীয় আত্মা আহি
পৃথিৱীত লয়হি জনম,
মাকৰ কোলাত শুই
প্ৰাণভৰি পিয়েছি মৰম।

* * *

মৰণ পাহৰি
স্বপ্নৰাজ্য এইখন পৃথিৱীত
নানা ৰূপে নানা বেশে
নানা তৰহেৰে
নানাজনে গীত গায়, ছবি আঁকে,
কবি হৈ মানুহক
মাতে মৰমেৰে।

* * *

ফুলতেই বাঁৰী হৈ
কুল হেৰুৱাই
উটি উটি ফুলৰ নাৱত
তুমি কবি "নলিনী" আমাৰ
দেখা দিলা দেৱীৰূপে
বিমলিন শুকুলা সাজত।

নলিনীবালা দেৱী

*　　*　　*

দিলা দান—কৱি-প্ৰাণ
ৰচিলা সপোন
হিয়াৰ দাপোণ,
সবাকে কৰিলা
বন্ধু আপোন।

*　　*　　*

তুমি গালা—
"পথী হই আকাশৰ
বুকুত ফুৰিম উৰি,
বাহ ল'ম ওখ বিৰিখত ;
পুৱঁতীৰ লগে লগে
জগাম তোমাক নিতে
বনৰীয়া সুৰদি গীতত।
আকাশৰ তৰা হই
ৰ' লাগি চাই ৰ'ম
সেউজীয়া শুৱনী জেউতি,
জোনাকত মিল হই
বিমান পথত ৰই
ওৰে ৰাতি কৰিম আৰতি।"

*　　*　　*

দেৱী !
দেৱতাৰ পূজাত দিয়ে—
ষোড়শোপচাৰ,
ধূপ-দীপ-নৈবেদ্য সম্ভাৰ—
গন্ধ-পুষ্প, তুলসী, বেলপাত—
পৃথিবীৰ উপচাৰ লৈ

তুমি তাতে কৰি থাকা
অনন্ত আৰতি ;
নলিনীৰ শতদল-পাপৰিয়ে
তোমাৰ মধুৰ-স্মৃতি
দি থক্ অসমীৰ চৰণত সিঁচি।

*　　*　　*

তোমাৰ অমৰ স্মৃতিৰ শ্ৰাদ্ধত
দিওঁ আজি শ্ৰদ্ধাৰ অঞ্জলি,
বৰোৎসৰ্গ কৰোঁ মোৰ
প্ৰাণোপমা অসমীয়া বৰ্ণমালা
তোমাৰ কণ্ঠত দি—
এইয়া, এইয়া মোৰ ষোলটি বৰৰ
শ্ৰদ্ধা-অৰ্ঘ্য দান,
গ্ৰহণ কৰিবা দেৱী ভ্ৰাতাৰ হেঁপাহ,
তোমাৰ স্মৃতিত
বাৰে বাৰে কৰিছোঁ প্ৰণাম।

# সুন্দৰৰ পূজাৰিণী

শ্ৰীভৱানন্দ ৰাজখোৱা

( ১ )

হেমন্তৰ হিমসনা জোনোৱালী ৰাতি
কুঁৱলীৰ জাল ফালি ভেদি 'স্বপ্নাচল',
আহিছোঁ, আহিছোঁ বুলি কোনে দিলে মাত,
কোন তেওঁ চিৰশুভ্ৰ প্ৰাণৰ কমল !

( ২ )

'কুটীৰ-দ্বাৰ'ত বাজে নেপূৰ নিক্কণ,
চন্দন-চৰ্চিত তেওঁ মনোৰম কোন ?
আহিছে তোমাৰ আজি 'মোহন অতিথি'
ব্যথাতুৰ জীৱনৰ সেই কেঁচা সোণ !

( ৩ )

বিয়পিল নন্দনৰ ধূপৰ সৌৰভ,
কেউপিনে মিঠা গোন্ধ ৰজনীগন্ধাৰ ;
'জীৱনত কোনো দিনে মনত নপৰা'
আহে আজি 'অনাহূত' দেৱতা তোমাৰ ।

( ৪ )

'পৰাণে বিচাৰি ফুৰি পৰাণৰ পাৰ'
তুলি গালা হৃদয়ৰ সকৰুণ তান ;

দিয়া দেৱী, দিয়া আজি কল্যাণ-হস্তেৰে
সপোন-মদিৰভৰা হেমাঞ্জলি দান !

( ৫ )

'বৰণ'ৰ মালা দিয়া ৰক্তকাঞ্চনৰ,
হেঁপাহ পূৰাই আজি চোৱাঁ সিজনাক ;
নুসুধিবা এটিবাৰো কৰি অভিমান
কিয় তেওঁ কন্দুৱালে ইমান তোমাক !

( ৬ )

দেৱতাক নোপোৱাৰ দাৰুণ দুখৰ
'পৰম তৃষ্ণা'ৰে আই শুচিব্ৰতা তুমি ;
অসমৰ শুভলক্ষ্মী, পৰমা কল্যাণী
উজলালা অসমক কৰি পুণ্যভূমি !

( ৭ )

তপোনিষ্ঠ সাধনাৰ বিনিদ্ৰ ৰজনী
জিলিকিল হিয়া ভেদি কৱিতাৰ ৰূপ ;
'মানসৰ লীলাময় দেশ'কে খিয়াই
তপস্বিনী হ'লা তুমি জ্বালি গন্ধধূপ !

( ৮ )

সুন্দৰে নিদিলে দেখা বুলি তুমি আই
কিয়নো ৰজালা এনে বিষাদৰ বীণ ;
অমৃতেৰে পূৰ্ণ কৰি তেৰেঁই তোমাক
অভিষিক্ত কৰি গ'ল জীৱন নিঃকিন !

( ৯ )

নাৰী-হৃদয়ৰ যত কোমল কাকলি
তেৰেঁইতো কৰি গ'ল পুণ্য মুখৰিত,

কামৰূপা অসমৰ নিৰুপম ৰূপ
তোমাৰেই নয়নত হ'ল উদ্ভাসিত !

( ১০ )

সুন্দৰৰ পোহৰতে দেখা পালা আই
ভাৰতৰ ইতিহাস গৰিমা-মণ্ডিত ;
'বিশ্বদীপা' মহিমাৰ প্ৰদীপ জ্বলালা
তোমাৰেই সাধনাৰ সপোন-পুৰীত !

( ১১ )

মইনাইঁতক যাচি মাতৃৰ অন্তৰ
'পাৰিজাত-অভিষেক' পাতিলা তোমাৰ ;
প্ৰাণ-কমণ্ডলু ঢালি পূত প্ৰশস্তিৰে
বজালা বোধন শঙ্খ 'যুগ-দেৱতা'ৰ !

( ১২ )

সুৰময়ী দেৱী তুমি ভাগীৰথীৰূপে
সুৰৰ 'অলকানন্দা' আনিলা নমাই ;
সোণালী সুঁতিত তাৰে কৰি পুণ্যস্নান
'প্ৰভাস'ৰ তীৰ্থ-ফল পাম আমি আই !

( ১৩ )

তুমিতো নোহোৱা আই নাৰী অভাগিনী,
সুভাগিনীৰূপে তুমি যুগে-যুগে ৰ'বা ;
'সন্ধিয়াৰ', 'সপোনৰ', 'অন্তিম-সুৰ'ৰ
মঙ্গল-ঘটত আহি নিজে দেখা দিবা !

( ১৪ )

ভাগি যোৱা পৰাণৰ ৰক্তজবা পিন্ধি
বিজয়িনীৰূপে তুমি কৰি চিক্‌মিক্,

সুন্দৰৰ সাধনাৰ যাচি মৰ্ম্মবাণী
মনোৰমা কৰি যাবা অসম-বাণীক !

( ১৫ )

তোমাৰ কামনা মাতৃ সুন্দৰে পূৰাব,
আকউ আহিবা তুমি অসমী-বুকুত ;
যোৱাঁ আই, যোৱাঁ দেৱী, খন্তেক জিৰোৱাঁ,
মেলি দিছে দেৱতাই প্ৰাণ-মণিকূট !

( ১৬ )

'দুখীয়া-দেশতে' তুমি জনম লভিবা
সেউজীয়া মৰমৰ মাটি পানী চুমি ;
সুন্দৰৰ পূজা পাতি জনমে-জনমে
উজলাবা অসমক কৰি পুণ্যভূমি !

# নলিনীবালা আইলৈ মনত পৰিলে

ডক্টৰ মহেশ্বৰ নেওগ

নলিনীবালা দেৱীলৈ মনত পৰাৰ লগে লগে এগৰাকী আইৰ, মাতৃৰ স্মৰণ মনলৈ অহা যেন লাগে। তেওঁৰ প্ৰথম পৰিচয় পাইছিলো 'পৰম তৃষ্ণা' নামৰ উদাত্ত, আধ্যাত্মিক কবিতাৰ যোগেদি—য'ত নিঃসংগ একাকী আত্মাৰ চিৰবিচৰণৰ কথা ভাৰতীয় আধ্যাত্মিক ঐতিহ্যৰ দৃষ্টিৰে বৰ্ণোৱা হৈছে। এই কবিতাটি তেওঁৰ অনুপম কবিতা-গুচ্ছ 'সন্ধিয়াৰ সুৰ'ৰ অন্তৰ্গত, য'ত কবিয়ে তেওঁৰ কবিতাৰ বাণীক সম্যকৰূপে প্ৰকাশ দিছে, যি প্ৰকাশ পিছৰ সংকলনথিনিত মই বিচাৰি নাপাওঁ। যদিও আমি তেতিয়া গুৱাহাটীত কটন কলেজৰ ছাত্ৰ, আৰু কবিৰ তেতিয়া ঘৰ পিতৃ-গৃহই, তথাপি আমাৰ লগ পোৱা হৈ নুঠিছিল। কিন্তু দেখা পোৱাৰ প্ৰয়োজন হ'ল যেতিয়া তেওঁৰ দ্বিতীয় পুত্ৰ পবিত্ৰৰ মৃত্যু ঘটে। সেই সময়ত প্ৰায়ে আমি নলিনীবালা আইৰ কাষৰ চাপিছিলো প্ৰবোধ দিবলৈ, গৈছিলো আইক লগ পাবলৈ আৰু তেতিয়াৰ পৰাই আমাৰ প্ৰতি তেওঁ স্নেহ-ভাৱ কোনো কালে এৰা নাছিল। কিন্তু ১৯৪৪ চনৰপৰা যেতিয়া গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন সমিতিৰ কাৰ্যত মই গুৱাহাটীত থাকিবলৈ লওঁ, তেতিয়াৰপৰা কবিৰ লগত প্ৰায়েই দেখা দেখি হয়, কবিতা আৰু অসমৰ সংগীতৰ বিষয়ে আলোচনা হয়। তেওঁৰ পিতৃদেৱ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰপৰা আৰু মাতৃৰপৰা মনোৰমভাৱে বৰগীত, নামঘোষা আদি গোৱাৰ সুশিক্ষা লাভ কৰিছিল আৰু শিৱসাগৰৰ তেওঁৰ শহুৰৰ ঘৰৰপৰা আয়ত্ত কৰি আনিছিল যোৰা শতিকাৰ অন্ত্যাৰ্ধৰ চেকত শ্ৰীকৃষ্ণৰ জন্মাষ্টমীৰ পালাৰ সুললিত সুৰবোৰ। তেওঁ কৈছিল, পুৱা উঠি পুৱাৰ বৰগীত আৰু নামঘোষা গোৱাৰ অভ্যাস কৰিলে আজিৰ পদ্ধতিৰে স্বৰ-সাধন কৰিবৰ

কোনো আৱশ্যক নহয়। দুৰ্গাৱৰী দুয়ো আইৰপৰা শুনিছিলো আৰু তাৰ কেইবাটিও গীতৰ পাঠ পাইছিলো। আজি-কালিতো এই বস্তুটি লোপ পোৱাৰ দৰেই হ'ল! তেওঁৰ হাতত পুৰণি অসমীয়া পদত ছিতোপদেশৰ খণ্ডিত ৰূপ দেখা পাইছিলো। এইদৰে দেখা পাইছিলো, চহকী অসমীয়া ঐতিহ্যৰ মাজত তেওঁৰ কবি-প্ৰাণ পুষ্ট হৈ থকা। দেশপ্ৰাণতা তেওঁৰ চৰিত্ৰৰ এটি বিশেষ দিশ আছিল। তেওঁ অসম সাহিত্য সভাৰ সভানেত্ৰী হোৱাৰ পিছত সভাই সততে উদ্ঘাটন কৰি থকা সমস্যাবোৰৰ বিষয়ে বহি আমি একে লগে আলোচনা কৰিছিলো। ৰাজ্য পুনৰ্গঠন আয়োগৰ আগত সাক্ষ্য দিয়া আদি সভাৰপৰা কৰিব লগীয়া কাৰ্যত তেওঁৰ আন্তৰিকতা আৰু সাহস বিশেষভাৱে দেখা দিছিল। গতিকে একেলগে একেভাগে এটা সামূহিক হকৰ কাৰণে কাম কৰি আমাৰো ভাল লাগিছিল। সৰ্বোপৰি, তেওঁৰ ব্যক্তিগত স্নেহে মোক সদায় বান্ধি থৈছিল। কেতিয়াবা কেতিয়াবা তেওঁ মোক "তুমি জানো মোৰ পৰিত্ৰৰ দৰে নোহোৱা" বুলি পৰম আদৰ-চেনেহ কৰিছিল, সুখ-দুখৰ কথা পাতিছিল।

মানুহৰ জীৱনৰ সুখৰ আৰু গৌৰৱৰ মুহূৰ্তবোৰৰ লগত প্ৰিয়জনৰ সংযোগ ঘটিলে সি দুগুণ সুখ আৰু গৌৰৱেৰে সমৃদ্ধ হৈ পৰে। ১৯৭৪ চনৰ ৯ ফেব্ৰুৱাৰীটো মোৰ বাবে তেনে সুখ আৰু গৌৰৱৰ দিন হৈছিল। সেই কেইদিন অসমৰ সাহিত্যিকসকলৰ সমাগমত সৰু মঙলদৈ নগৰখনি এখনি তীৰ্থত পৰিণত হৈছিল। ৯ তাৰিখে মুকলি সভাত অসমীয়া সাহিত্যিকৰ আদৰৰ সভাপতিৰ আসনখনি মোক দিয়া হৈছিল। সভাপতিৰ শোভাযাত্ৰাত বহুত সময় লয় আৰু তাৰ বাবে মূল সময়লৈকে কেতিয়াবা সময়ৰ নাটনি পৰেগৈ দেখি মই কৈছিলো, সেইটি কাম বাদ দিলেও বেয়া নহয়। কিন্তু আদৰণি সমিতিয়ে ক'লে, সিসকলে শোভাযাত্ৰাৰ বাবে বিশেষ এখনি সমিতি গঠন কৰিছে, আৰু সেই সমিতিৰ এইবাৰ বিশেষ আয়োজন! সঁচাকৈয়ে, দুকুৰি এটা হাতীৰে, দুকুৰি এগৰাকী শৰাই লোৱা আৰু দুকুৰি এগৰাকী মংগল-ঘট-ধাৰিণী আয়তীৰে, ৰবঢোল-সৰুঢোলৰ জোৰা, খেৰাইৰ দল, খঞ্জৰী-গায়কৰ দলেৰে মঙলদৈয়ে সমদল কৰি নি মোক কল-তলত দৰা-আদৰা দৰে আদৰি দুজন বাহুবলী ডেকাৰ হতুৱাই দাং-দোলা কৰি মঞ্চলৈকে তুলি নিছিল। এই সমদলৰ সময়ত মোৰ গৌৰৱ উচ্চলৈ উঠিছিল, কাৰণ যাত্ৰা কৰা মুহূৰ্তত আমাৰ সকলোৰে সন্মানৰ কৰা

খাণ্ডীবৰ নীলমণি ফুকনৰ আগত আঁঠু ল'বলৈ পাইছিলো আৰু সভাৰ মঞ্চত উঠাৰ লগে লগে নলিনীবালা দেৱী আয়ে দুগালে দুটি চুমা দি আদৰি লৈছিল আৰু মই তেওঁৰ পদধূলা ল'ব পাৰিছিলো। এই মুহূর্তত সমাজৰ সকলোৰে মাজত কেনে এটি শিহৰণ অনুভূত হৈছিল, তাৰ কথা সাহিত্য-সভাৰ "মণ্ডলদৈ মণ্ডলদৈ" গ্ৰন্থত সভাৰ বিৱৰণ লেখোঁতাই বৰ্ণনা কৰিছে। এইদৰে যাত্ৰাত ৰকাৰ আৰু সম্মানৰ আসন গ্ৰহণ কৰাৰ আগত আইৰ পদধূলা লোৱাটো একমাত্ৰ মোৰেই ভাগ্যতহে হৈছেনেকি বুলি আজিও মনে মনে গৰ্ব অনুভৱ কৰি থাকো। আমাৰ সাহিত্যৰ জগতত ককা আৰু আই এক পুৰুষত থিয় হৈছে আৰু আমিবোৰ ( বৈয়াকৰণিকে এই usage টো ক্ষমা কৰিব ) তাৰ তলৰ পুৰুষৰ প্ৰতিভূ। আগৰ পুৰুষটি কি প্ৰাণময়! কি উচ্ছ্বাসময়! তাৰ তুলনাত আমি বোধ হয় প্ৰশ্নময় আৰু অধিক সমীক্ষাশীল হৈ পৰিছো। আমাৰ পুৰুষৰপৰা সেই উৰ্ধ্বতন পুৰুষলৈ প্ৰণিপাত।

# দেশবৰেণ্যা নলিনীবালা দেৱী

(জীৱনালেখ্য)

ডক্টৰ হেমন্তকুমাৰ শৰ্মা

যিগৰাকী কবিৰ হাতত অসমীয়া কাব্য সাহিত্যই ৰোমাণ্টিক যুগত ৰহস্যবাদ তথা আধ্যাত্মিক বিষয়ত পৰিপুষ্টি লাভ কৰিলে, অসমৰ শ্ৰেষ্ঠ মহিলা কবি বুলি যাৰ খ্যাতি আজি অসমৰ উপৰি ভাৰতৰ বিভিন্ন প্ৰান্ততো পৰিব্যাপ্ত, বহিৰ্জগতৰ শোক-বেদনাৰ আন্ধাৰৰ মাজত থাকিও যি অন্তৰ্জগতৰ, অন্তৰাত্মাৰ হিৰণ্ময় জ্যোতিৰে নিজে উদ্ভাসিতা হৈ আনকো প্ৰদীপ্ত কৰি তুলিলে, সেই মহীয়সী কবিগৰাকীয়েই হ'ল —এসময়ত ভাৰত চৰকাৰৰ দ্বাৰা পদ্মশ্ৰী সন্মানেৰে ভূষিতা নলিনীবালা দেৱী, কাব্যভাৰতী।

সোণ-ৰূপৰ চামুচ মুখত লৈয়ে নলিনীবালাই জন্মগ্ৰহণ কৰিছিল অসমৰ এটি প্ৰাচীন সম্ভ্ৰান্ত পৰিয়ালত। তেওঁৰ বংশৰ অষ্টম উপৰি পুৰুষ বেদজ্ঞ, জ্যোতিষী ব্ৰাহ্মণ কন্দ্ৰঋষিক আহোম ৰজাই কান্যকুব্জৰপৰা আনাই বৰদলৈ বাৰ দি শিৱসাগৰত ব্ৰহ্মোত্তৰ মাটি-বৃত্তি দান দি ৰাখিছিল। মানৰ আক্ৰমণৰ সময়ত নলিনীবালাৰ আজো ককাক কমলনাথ বৰদলৈয়ে গৃহ-বিগ্ৰহ বাসুদেৱ শালগ্ৰামটি লৈ সপৰিয়ালে ভটিয়াই আহি উত্তৰ গুৱাহাটীত বাস কৰিবলৈ লয়। নলিনীবালাৰ পিতৃ 'অসমৰ মুকুট বিহীন সম্ৰাট', অসমৰ মুক্তিআন্দোলনৰ প্ৰধান হোতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু ককাদেউতাক অসমীয়া ৰামায়ণৰ প্ৰথম প্ৰকাশক ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ। মাধৱচন্দ্ৰ বৰদলৈ বৰপেটাত মহকুমাধিপতি হৈ থাকোঁতে তাতে ১৮৯৮ চনৰ ২৩ মাৰ্চত নলিনীবালা দেৱীৰ জন্ম হয়। ককাদেউতাকে তেওঁৰ নাম থৈছিল পদ্মিনী; কিন্তু দেউতাকে সেই নাম ভাল নোপোৱাত 'নলিনী' থলে আৰু সেই নামেৰেই তেওঁ জনাজাত হ'ল। ঐশ্বৰ্য-বিভূতি, সুখ-

স্বাচ্ছন্দ্যেৰে ভৰা আৰু শিক্ষা-সংস্কৃতিসম্পন্ন এটা বিখ্যাত পৰিয়ালত জন্ম গ্ৰহণ কৰি আৰু কৰ্মবীৰ বৰদলৈৰ প্ৰথম সন্তানৰূপে নলিনীবালাৰ বাল্যকাল আনন্দ-উচ্ছ্বাসপূৰ্ণ বৈচিত্ৰ্যৰ মাজেদিয়ে অতিবাহিত হৈছিল।

সেই কালত স্ত্ৰী-শিক্ষাৰ প্ৰচলন নাছিল যদিও দেউতাকে নলিনীবালাক উচ্চ শিক্ষিতা কৰি তোলাৰ উদ্দেশ্যে গুৱাহাটীৰ কেইবাগৰাকী কৃতী শিক্ষকক ঘৰুৱা শিক্ষকৰূপে নিযুক্তি দি শিক্ষাদানৰ ব্যৱস্থা কৰিছিল। নলিনীবালাই ঘৰত পঢ়িয়েই, অসমীয়া, বঙলা, সংস্কৃত, ইংৰাজী, বুৰঞ্জী, অঙ্ক, ভূগোল আদি বিষয়ে জ্ঞান লাভ কৰিছিল। তেতিয়াৰ কাৰ্জন হলৰ লাইব্ৰেৰীয়ান, সুসাহিত্যিক আৰু সংস্কৃতজ্ঞ ৺গোপালকৃষ্ণ দেৱ তত্ত্বাৱধানত নলিনীবালাই শিক্ষা লাভ কৰিছিল।

বাল্যকালতেই নলিনীবালাৰ কবি-প্ৰতিভাৰ উন্মেষ হয়। তেওঁৰ প্ৰথম কবিতা 'পিতা'। দহ বছৰ বয়সত লিখা সোতৰ শাৰীয়া এই কবিতাটোৰ প্ৰথম দহ শাৰী হ'ল—

"হেৰা প্ৰভাতৰ অৰুণ কিৰণ,
 ক'ত পালা এনে উজ্জ্বল বৰণ?
ইমান কোমল মাধুৰী সনা
 যিজনে বিলালে এই উজ্জ্বলতা
 সিজনে আমাৰ পিতা।
হেৰা সৰু নদী খৰ স্ৰোতস্বিনী
 ক'তনো শিকিলা মধুৰ গাহনি
অসীম অনন্ত মাধুৰীসনা,
 যিজনে শিকালে এই মধুৰ গান
 সিজন আমাৰ পিতা।"

স্বনামধন্য পিতৃৰ তত্ত্বাৱধানত নলিনীবালাই ঘৰতে সঙ্গীত শিক্ষাও লাভ কৰিছিল। তেওঁ পিতৃৰপৰাই সংস্কৃত শ্লোকৰ উপৰি বৰগীত, ঘোষা-কীৰ্তন, আধুনিক গীতৰ সুৰো আয়ত্ত কৰিছিল। পিতৃৰ উপৰি বুঢ়ীমাকেও বৰগীত গোৱাত তেওঁক অনুপ্ৰেৰণা যোগাইছিল। ইয়াৰ বাহিৰে নলিনীবালাই চিত্ৰবিদ্যা আৰু ঘৰুৱা কামতো পাৰদৰ্শিতা দেখুৱাইছিল। ককাদেউতাকে শিশু নলিনীবালাক খেলাৰ সঙ্গী হিচাপে কলিকতা আদি বিভিন্ন ঠাইৰপৰা নানা জাতীয় চৰাই আনি দিছিল। এই চৰাইবোৰ মিজি

ঘৰতেই এটি সৰু চিবিয়াখানা হৈছিল। নলিনীবালাই চৰাইবোৰক নগৰী হিচাপে লৈ আপত্তাল কৰিছিল আৰু ফলত প্ৰকৃতি-জগতৰ লগত বাল্যা-ৱস্থাতেই তেওঁৰ নিবিড় সম্বন্ধ গঢ় লৈ উঠিছিল।

১৯০৯ চনত শিৱসাগৰৰ বিখ্যাত নিত্যানন্দ চতুৰ্বেদীৰ বংশৰ কৃষ্ণপ্ৰাণ চাংকাকতীৰ পুত্ৰ জীৱেশ্বৰ চাংকাকতীৰ লগত নলিনীবালাৰ বিবাহ হয়। তেওঁলোকৰ দাম্পত্য জীৱন অতি মধুৰ আছিল যদিও ১৯১৭ চনত চাৰিটা সন্তানৰ মাতৃ হোৱাৰ পাছতেই নলিনীবালাৰ স্বামীৰ অকাল বিয়োগ ঘটে। তেতিয়া আমা-তিমা সন্তানকেইটি লৈ নলিনীবালা পিতৃ-গৃহলৈ উভতি আহে। যেতিয়া নলিনীবালাই বৈধব্যৰ সাজ-পাৰ লৈ প্ৰাচুৰ্যৰে ভৰা পিতৃ-গৃহত পদাৰ্পণ কৰিছিল, তেতিয়াই তেওঁক দেখি ঘৰত হাহাকাৰৰ ৰোল উঠিছিল। বুঢ়ীমাকে কৈছিল, "আই, তই এনে বগা সাজ পিন্ধি মোৰ আগত নোলাবি। মই সহিব নোৱাৰোঁ। তই পাটৰ মেখেলা পিন্ধি থাকিবি আই।" কিন্তু তেতিয়া পিতৃ নবীন বৰদলৈয়ে কৈছিল, "কিয় নিপিন্ধিবি আই? মোৰ আইক মই অতদিনে বহা বহা সাজ-অলঙ্কাৰেৰে সজাইছিলোঁ। আজিৰপৰা মোৰ আইক মই 'মহাশ্বেতা' ৰূপে চাবলৈ ভাল পাম। মোৰ আয়ে চিৰশুভ্ৰ সাজ পিন্ধি তপস্বিনী হৈ মহাশ্বেতা ৰূপ পাব, জীৱনে ধন্য মানিব।" এই বুলি দেউতাকে নলিনী দেৱীক এখন 'ভগৱদ্গীতা' দি কলে, "লোৱা আই, এই ভগৱদ্গীতাই তোমাক জীৱনৰ সঙ্গীৰূপে বাট দেখুৱাব।"

দেউতাকৰ এই বাণীয়ে নলিনীবালাৰ জীৱনত এনে এক স্বৰ্গীয় জ্যোতি পেলাই দিলে, যি জ্যোতিত তেওঁ বিচাৰি পালে 'সত্য-শিৱ-সুন্দৰ'ক লাভ কৰাৰ পথ। এয়ে নলিনীবালাক আধ্যাত্মিক জীৱন যাপন আৰু আধ্যাত্মিক ভাৱৰ কবিতা ৰচনা কৰিবলৈ প্ৰেৰণা আনি দিলে। দেউতাকৰ এই প্ৰেৰণাপূৰ্ণ বাণীৰ বিষয়ে নলিনীবালাই 'এৰি অহা দিনবোৰ'ত লিখিছে—"এয়া মোৰ পূজনীয় পিতৃগুৰুৰ মুখৰপৰা মই কি বাণী শুনিলো? কেতিয়াও নুশুনা চাৰিটি আখৰৰ 'মহাশ্বেতা' মন্ত্ৰধ্বনি! সেই অমৃত মুহূৰ্তত পিতৃৰ আবেগময় কণ্ঠত উচ্চাৰিত হোৱা এই মহান বাণীটিত কি শক্তি আছিল নাজানো; সেই মুহূৰ্তৰেপৰা সমুখত পৰি থকা মোৰ দীঘলীয়া জীৱন-বাটত আঁকি দিলে এখনি মহাপথৰ চিত্ৰ। নিঃসঙ্গ, অকলশৰীয়া জীৱন-বাটৰ বাট-ভুলনি পোহৰাই তুলিলে এটাটি পৱিত্ৰ

পোহৰ-বশ্মিয়ে। ছিয়াৰ মাজত এই মহামন্ত্ৰ-ধ্বনি গুঞ্জৰিত হ'বলৈ ধৰিলে—'মই মহাশ্বেতা, মই মহাশ্বেতা। পৃথিৱীৰ কোনো কালিমাই মোক স্পৰ্শ কৰিব নোৱাৰে। সমুখত বিস্তীৰ্ণ কৰ্মপথ, কৰ্ত্তব্যপথ অকলশৰে অতিক্ৰম কৰিব লাগিব; পিতৃদত্ত মহামন্ত্ৰৰ সন্মান ৰাখিব লাগিব।' আমাৰ গৃহ-বিগ্ৰহ ৺গোপাল মন্দিৰলৈ গৈ সাষ্টাঙ্গে দীঘল হৈ পৰি দুহাত যোৰ কৰি প্ৰাৰ্থনা কৰিলোঁ—'গ্ৰহণ কৰা প্ৰভু মোৰ সৰ্বভাৰ; তোমাৰ চৰণত এই জীৱনৰ সৰ্বস্বত্ব উচৰ্গা কৰিলোঁ। তোমাৰ চৰণত উৎসৰ্গিত এই জীৱন: লৈ যোৱা মোক সৰ্বশুদ্ধ পবিত্ৰ পথেৰে। দীঘলীয়া, জীৱন-বাটত আগবাঢ়োঁতে যেন মোৰ পিতৃদত্ত পবিত্ৰ মন্ত্ৰৰ সন্মান ৰাখিব পাৰোঁ।"

সঁচাকৈয়ে নলিনীবালাই তেওঁৰ জীৱনত 'পিতৃদত্ত পবিত্ৰ মন্ত্ৰৰ সন্মান' সম্পূৰ্ণ ৰক্ষা কৰিছিল।

স্বামীৰ মৃত্যুৰ অলপ দিন পিছত পঞ্চম সন্তানৰ জন্ম হয়। তাৰ কেইবছৰমান পাছত তেওঁৰ দুটি পুত্ৰই ইহসংসাৰৰপৰা বিদায় লয়। স্বামী আৰু পুত্ৰৰ শোকত নলিনীবালা প্ৰথমে অস্থিৰ হৈ পৰিছিল যদিও সেই শোক তেওঁৰ কাৰণে আছিল যেন সোণ-পোৰা জুই। জুয়ে সোণ পুৰি উজ্জ্বল কৰাৰ দৰে সেই শোকে নলিনীদেৱীক ভগৱদ্‌ভক্তি গভীৰতৰ কৰি তোলাতহে সহায় কৰিছিল। সেই ভক্তি ভাব তেওঁৰ কবিতাৰাশিত উদ্ভাসিত হৈ উঠিছে।

নলিনীবালাই দহ বছৰ বয়সৰপৰা মৃত্যুৰ প্ৰায় দুমাহ আগলৈকে আন গ্ৰন্থৰ উপৰিও অজস্ৰ কবিতা লিখি থৈ যায়। সেই কবিতাবোৰৰ সঙ্কলনসমূহ হ'ল: (১) 'সন্ধিয়াৰ সুৰ' (১৯২৮), ইয়াৰ ইংৰাজী ভাঙনিও ওলায়, (২) 'সপোনৰ সুৰ', (১৯৪৮), (৩) 'পৰশমণি' (১৯৫৫), (৪) 'যুগদেৱতা' (১৯৫৮), (৫) 'জাগৃতি' (১৯৬২), (৬) 'অলকানন্দা' (১৯৬৪) আৰু মৃত্যুৰ কেইদিনমান আগতে প্ৰকাশ পোৱা (৭) 'অন্তিম সুৰ' (১৯৭৭)। ইয়াৰ উপৰি অপ্ৰকাশিত কবিতা-পুথিসমূহ হ'ল (১) জোনাকী-স্বপ্ন- সুৰভি, (২) মন্দাকিনী, (৩) সন্ধিয়াৰ সপোন পৰশ, (৪) সাঁজৰ পুৰবী আৰু (৫) মেঘদূত (অনূদিত)। নলিনী-কাব্যৰ প্ৰধান সুৰ হ'ল অতীন্দ্ৰিয়বাদ, আৰু আধুনিক যুগত অসমীয়া সাহিত্য-জগতত তেওঁকেই শ্ৰেষ্ঠ অতীন্দ্ৰিয়বাদী কবি বুলি ক'ব পাৰি। অৱশ্যে

অতীন্দ্ৰিয়বাদৰ উপৰি তেওঁৰ কিছুমান কবিতাত বীৰ-প্ৰশস্তি আৰু স্বদেশ-প্ৰেমৰ সুৰ ধ্বনিত হৈছে। নলিনীবালাৰ 'জন্মভূমি', 'পৰমতৃষ্ণা', 'নাটঘৰ,' 'নাৰী', 'অন্তিম সুৰ' আদি কবিতা অসমীয়া কাব্যমালাৰ একোটি উজ্জ্বল মুকুতা স্বৰূপ।

কবিতাৰ উপৰিও নলিনীবালাই 'স্মৃতিতীৰ্থ' (.৯৪০) নামে পিতৃ নবীনচন্দ্ৰ বৰদলৈৰ এখনি সুন্দৰ জীৱনী আৰু 'এৰি অহা দিনবোৰ' (১৯৭৬) নামে বিস্তৃত আত্ম-জীৱনী এখন লিখে। তেওঁৰ আন দুখন জীৱনীগ্ৰন্থ 'চৰ্দাৰ বল্লভভাই পেটেল' (১৯৬৬) আৰু 'বিশ্বদীপা' (১৯৬১)।

নলিনী দেৱীয়ে শিশুৰ উপযোগীকৈ ভালেমান নাট ৰচনা কৰিছিল। তেওঁৰ মানত শিশুবোৰ হ'ল 'দেৱ পাৰিজাত'; সিহঁতক উচ্চ নৈতিক আদৰ্শবদ্বাৰা অনুপ্ৰাণিত কৰিব পাৰিলে তাৰদ্বাৰা সিহঁতৰ লগতে দেশৰো ভৱিষ্যত কল্যাণ হ'ব। তেওঁৰ প্ৰকাশিত শিশু-নাটিকা 'পাৰিজাতৰ অভিষেক', 'শেষ পূজা' আৰু 'প্ৰহ্লাদ'। ইয়াৰ উপৰি অপ্ৰকাশিত অৱস্থাত আছে 'ৰূপৰেখা', 'অসম আঁউসী', 'মীৰাবাঈ' আদি নখন নাটক। 'মহিষাসুৰ মৰ্দিনী' 'জন্মাষ্টমী' আদি তেওঁৰ অনাতাঁৰত ৰূপায়িত নাটিকা। 'নৱজন্ম', 'হোলি' আৰু 'নেতাই ধুবুনী ঘাট' তেওঁৰ নৃত্য-নাটিকা। এই তালিকাৰ পৰা এনে এটি ধাৰণা কৰিব পাৰি যে বিভিন্ন শ্ৰেণীৰ নাট ৰচনাতো নলিনীবালা দেৱীয়ে নৈপুণ্য দেখুৱাব পাৰিছিল।

নলিনীবালাৰ একমাত্ৰ প্ৰকাশিত প্ৰবন্ধৰ পুথি হল 'শান্তিপথ'। 'মানস-তীৰ্থ' আৰু 'নাৰদীয় ভক্তিসূত্ৰ' আন দুখনি অপ্ৰকাশিত পুথি।

নলিনীবালা দেৱীয়ে অসম সাহিত্য সভা, মইনা পাৰিজাত, সৰ্বভাৰতীয় শিশু অনুষ্ঠান মণিমেলা, বিভিন্ন কবি সন্মিলন, মহিলা সমিতি আদি অনুষ্ঠানবোৰত সভানেত্ৰী হিচাপে অসংখ্য লিখিত আৰু মৌখিক ভাষণ দিছিল। লিখিত ভাষণবোৰ একেলগে পুথিৰ আকাৰত ছপাই উলিয়াব পাৰিলে নলিনী দেৱীৰ বিবিধ বিষয়ত জ্ঞানৰ পৰিচয় পোৱাত সহায় হ'ব।

কোমল বয়সতে নলিনীবালা দেৱীয়ে সাহিত্য-প্ৰতিভাৰ স্বীকৃতি পাইছিল। তাৰ প্ৰমাণ—তেওঁৰ প্ৰথম কবিতা পুথি 'সন্ধিয়াৰ সুৰ' ১৯২৮ চনতে কলিকতা বিশ্ববিদ্যালয়ে আৰু পাছত গুৱাহাটী বিশ্ববিদ্যালয়ে কলেজৰ পাঠ্যৰূপে মনোনীত কৰে। এই পুথিখনৰ বিষয়ে সাহিত্যৰথী বেজবৰুৱাই লিখিছিল—"…পঢ়ি গলোঁ, পঢ়ি গলোঁ। শেষলৈকে আনন্দ আৰু গৌৰৱত

মন উল্লাসিত হৈ পৰিল। ইয়ান ধুনীয়া অসমীয়া কবিতা লিখিছে অসমৰ এজনী ছোৱালীয়ে। প্ৰত্যেকটি কবিতাৰ ভাব-ভাষাৰ মাধুৰ্য্যই মোক মুগ্ধ কৰিলে।" নলিনীদেৱীৰ ইয়াৰ পাছত ৰচিত পুথি 'সপোনৰ সুৰ' আৰু 'পৰশমণি' গুৱাহাটী বিশ্ববিদ্যালয়ে কলেজৰ পাঠ্যপুথি ৰূপে মনোনীত কৰে। ১৯৬৪ চনত তেওঁ সৰ্বভাৰতীয় কবি সম্মিলনত সভানেত্ৰী ৰূপে নিৰ্বাচিত হয় আৰু ৰাষ্ট্ৰপতিৰ আমন্ত্ৰণক্ৰমে দিল্লীত অনুষ্ঠিত কবি-সম্মিলনত স্বৰচিত কবিতা পাঠ কৰে। ইয়াৰ আগতে তেওঁৰ সাহিত্য-প্ৰতিভাক স্বীকৃতি দি অসমৰ বাইজে তেওঁক যোৰহাটত অনুষ্ঠিত অসম সাহিত্য সভাৰ ২৩শ অধিৱেশনৰ সভানেত্ৰীৰূপে বৰণ কৰে। ১৯৫৮ চনত তেওঁক ভাৰত চৰকাৰে 'পদ্মশ্ৰী' সম্মান আৰু নলবাৰী সংস্কৃত সঞ্জীৱনী সভাই 'কাব্য ভাৰতী' উপাধি প্ৰদান কৰে। তেওঁ ১৯৭৫ চনত 'বিশ্ব হিন্দী সম্মিলন'ত অসমৰ হৈ প্ৰতিনিধিত্ব কৰি স্বৰচিত কবিতা পাঠ কৰিছিল।

সৰুবেপৰা নলিনীবালা পিতৃৰপৰা দেশসেৱা-ব্ৰতত দীক্ষিতা হৈ দেশৰ বিভিন্ন অনুষ্ঠানৰ লগত নিবিড়ভাৱে জড়িত হৈ আছিল। ১৯২১ চনত অসহযোগ আন্দোলনৰ সময়ত তেওঁ দেউতাকৰ লগত দেশসেৱাৰ কামত ব্ৰতী হৈছিল। ১৯৪৭ চনত দিল্লীত বহা সৰ্বভাৰত লেখক সম্মিলনলৈ আমন্ত্ৰিত হৈ তেওঁৰ ৰচিত 'সন্ধিয়াৰ সুৰ'ৰ ইংৰাজী অনুবাদ এটি পঠায় আৰু তেতিয়াৰেপৰা তেওঁ সৰ্বভাৰতীয় সাহিত্যত সুপৰিচিতা হৈ পৰে। তেওঁ কলিকতাত থকা কালছোৱাত (১৯৪৪-৪৬) অসম সংঘৰ সভানেত্ৰী হৈ দেশ-বিভাজনৰ ক্ষেত্ৰত সমষ্টিৰ (grouping) বিৰোধিতা কৰিছিল আৰু লীগ-নেতা চাহুল্লালৈ মুকলি চিঠি দিছিল। ১৯৪৬ চনত তেওঁক কাশী হিন্দু বিশ্ববিদ্যালয়ে সম্বৰ্ধনা জনায়। ১৯৪৭ চনত প্ৰাদেশিক মহিলা সমিতিৰ নগাওঁ অধিৱেশনত তেওঁ সভানেত্ৰীত্ব কৰে। তেওঁ অসম সাহিত্য সভাৰ সভানেত্ৰী হৈ থকা সময়ত ৰাজ্য পুনৰ্গঠন আয়োগৰ ওচৰত গোৱালপাৰা আৰু কোচবিহাৰ অসমৰ ভিতৰত থাকিব লাগে বুলি সাক্ষ্য দান কৰিছিল। তেওঁ সীমা আয়োগৰ আগত কৈছিল—"মই অসমৰ এজনী সাহিত্য-সেৱিকা হিচাপে কব খোজোঁ যে ভাৰত চৰকাৰে গ্ৰহণ কৰা ভাষাৰ ভিত্তিত প্ৰদেশ গঠন—এই পন্থাটোৱেই এটা মাৰাত্মক ভুল পন্থা স্বৰূপ হৈছে—যিহেতু এই সৰ্বনাশীয়া পন্থাটোৱে ঐক্যপূৰ্ণ ভাৰত শক্তিক খণ্ডবিখণ্ড বিচ্ছিন্ন কৰি পেলোৱাৰ বাট উলিয়াব। জাতিৰ পিতা

বাপুজীৰ জীৱনজোৰা সাধনাৰে ৰক্ষা একতাৰ ভেটি ভাষাৰ কন্দলে ছিন্ন-ভিন্ন কৰি বাপুজীৰ স্বপ্ন-স্বৰ্গ ভাৰত ৰচনাত দাৰুণ আঘাত হানিব। এতেকে মই আপোনালোকক ইয়াকে অনুৰোধ জনাওঁ এই ভাষাৰ ভেটিত প্ৰদেশ ৰচনা কৰা সৰ্বনশীয়া পন্থাটি ভাৰত চৰকাৰে যাতে পৰিহাৰ কৰে, সেই বিষয়ে আপোনালোকেও যেন যত্ন কৰে।······বিশেষ মোৰ দেশৰ বাবে আপোনালোকক অনুৰোধ জনাওঁ যাতে বহু প্ৰাচীন সংস্কৃতিৰ আধাৰ-ভূমি পৌৰাণিক প্ৰাগজ্যোতিষ তথা কামৰূপৰ প্ৰাচীন সভ্যতাৰ লীলাভূমি অসমীয়া জাতি, প্ৰাচীনতম বুৰঞ্জী-বিখ্যাত অসমীয়া ভাষা, যি ভাষাই তেৰ শ শতিকাতেই উন্নত ভাষা পৰ্যায়লৈ ঠন ধৰি উঠিছিল, সেই সুপ্ৰাচীন উন্নত অসমীয়া ভাষাৰ প্ৰতি যেন কোনো অবিচাৰ কৰা নহয়। ······অসমক খণ্ডিত কৰিলে ভাৰতবৰ্ষ বিপদাপন্ন নহৈ নাথাকে, ই ধ্ৰুৱ।"

এইদৰে সীমা-আয়োগক জনোৱা আবেদন-নিবেদনৰ ফলস্বৰূপেই গোৱালপাৰা জিলাখন ৰক্ষা পৰিল, যদিও কোচবিহাৰ অসমৰ অন্তৰ্ভুক্ত নহ'ল।

নলিনীবালা দেৱীয়ে অসমৰ ভাষা আন্দোলন (১৯৬০), শোধনাগাৰ আন্দোলন (১৯৫৬) আদিতো সক্ৰিয় ভূমিকা লৈছিল। তেওঁ ১৯৫৪ চনত আন্তৰ্জাতিক শিশু অনুষ্ঠান 'চিলড্ৰেন অব ষ্টেট কাউন্সিল'ৰ অসম শাখাৰ সভানেত্ৰী হয়। তেওঁ অসমৰ 'মইনা পাৰিজাত' নামৰ শিশু অনুষ্ঠানটিৰ সভানেত্ৰী হৈ বহুদিন তাৰ গুৰি ধৰিছিল। নলিনীবালা দেৱীক মইনা পাৰিজাতত লাগি থকা দেখি কোনো কোনো ৰাজনীতিজ্ঞই তেওঁক "লৰা-ধেমালি লৈ অবাবতে কৰ্মশক্তি ক্ষয় নকৰিব" দেউতাকৰ দৰে নিজৰ প্ৰতিভাশক্তি ৰাজনীতি ক্ষেত্ৰত নিয়োগ কৰিবলৈ পৰামৰ্শ দিছিল। তেতিয়া নলিনীবালা দেৱীয়ে কৈছিল, "ৰাজনীতি বাৰু কি কওকচোন? মই বুজোঁ, ৰাজনীতি মানে দেশৰ সুশাসন, সুপ্ৰতিৰক্ষা। সুসংগঠনেই দেশৰ কাম বুলিহে ভাবোঁ। সেইবাবে এই কণ কণবোৰক ভৱিষ্যতৰ সুনাগৰিক কৰি গঢ়ি তুলিবলৈ যত্ন কৰিছোঁ। বুঢ়া বাঁহ পোনাব নোৱাৰি, কুমলীয়া বাঁহ লেকেটি, যেনিয়ে তেনিয়ে পোনাব পাৰি; সেয়েহে মই ইহঁতক লৈ আনন্দ পাওঁ। সেইবুলি মই দেশৰ কামবোৰৰ পৰা আঁতৰি নাথাকোঁ। দেশৰ প্ৰত্যেক সমস্যাত মোক পাব, সকলো সমস্যাত জড়িত হৈ থাকিম।" নলিনীবালা দেৱীয়ে জীৱনত তেওঁৰ কথা আখৰে আখৰে পালন কৰিছিল।

এইদৰে দেখা যায়, নলিনীবালা দেৱী মূলতঃ কবি, অতীন্দ্ৰিয়বাদী কবি যদিও তেওঁ কেৱল কাব্য-জগতত বিচৰণ নকৰি বাস্তৱ জগতখনৰ লগতো নিজক মিলাই দি দেশৰ আহ্বান অনুসৰি কৰ্মক্ষেত্ৰত আগবাঢ়ি গৈছিল। এপিনে ভগৱৎ-ভক্তি আৰু আনপিনে স্বদেশ-প্ৰীতি—এই দুই ভাবধাৰাৰ অপূৰ্ব সমন্বয়ে নলিনীবালাক প্ৰখ্যাত কবি কৰি তোলাৰ উপৰিও এগৰাকী ভাৰতীয় মহিয়সী নাৰী ৰূপতো প্ৰতিষ্ঠিত কৰিছে। এয়েই নলিনীবালাৰ জীৱনৰ প্ৰধান বৈশিষ্ট্য।

এটি চমু আলোচনাত নলিনীবালাৰ বহুমুখী কৰ্মময় জীৱনৰ সকলো দিশ সামৰি লোৱাটো সম্ভৱ নহয়। পিতৃয়ে কোৱাৰ দৰে তেওঁ সঁচাকৈয়ে আছিল মহাশ্বেতা। ১৯৭৭ চনৰ ২৪ ডিচেম্বৰ তাৰিখে তেওঁ ইহ সংসাৰৰ পৰা বিদায় ললে। আজি নলিনীবালা দেৱী নাই যদিও তেওঁৰ কীৰ্তি আমাৰ মাজত চিৰসমুজ্জ্বল হৈ থাকিব।

# নলিনীবালাৰ জীৱনত পিতৃৰ প্ৰভাৱ

শ্ৰীকনকচন্দ্ৰ ডেকা

ঈশ্বৰ-প্ৰদত্ত শক্তি, বংশ-পৰম্পৰা আৰু পাৰিপাৰ্শ্বিকতাই যি কোনো ব্যক্তিৰ জীৱনৰ ভেটি গঢ়াত সহায় কৰে। সৰ্বসাধৰণ লোকৰ কাৰণে ঐশ্বৰিক শক্তি বোধগম্য নহ'বও পাৰে; কিন্তু বংশগত সদ্‌গুণ আৰু সুস্থ পৰিবেশে কিদৰে প্ৰভাৱ বিস্তাৰ কৰে তাক সূক্ষ্ম দৃষ্টিৰে চালে প্ৰত্যক্ষভাৱে দেখিবলৈ পোৱা যায়।

অসমীয়া কাব্য-সাহিত্যত যিজনা মহীয়সী আই-মাতৃয়ে আই ভাৰতীৰ বৰ লৈ নিজক সুপ্ৰতিষ্ঠিত কৰিলে, তেওঁৰ জন্ম লগতো ওপৰত উনুকিওৱা তিনিওটা কথা পৰিলক্ষিত হয়: বৰপেটাৰ কীৰ্তন ঘৰৰ বুঢ়া ভাগৱতীৰ আশীৰ্বাদ, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ সদৃশ পিতৃ আৰু পৰাধীন ভাৰতবৰ্ষৰ মুক্তি-সংগ্ৰামৰ কাৰণে ধন-প্ৰাণ আহুতি দিবলৈ ওলোৱা বীৰ-বীৰাঙ্গনা সকলৰ প্ৰভাসতীৰ্থৰ তীৰ্থযাত্ৰীৰ দৰে পবিত্ৰ পৰিবেশ।

১৮৯৭ চনত বৰ ভুঁইকঁপৰ পিছতে ১৮৯৮ চনত মহাপুৰুষ দুজনাৰ কৰ্মৰ থলী অসমৰ শ্ৰীক্ষেত্ৰ বৰপেটা ধামত ৺নলিনীবালা দেৱীৰ জন্ম হয়। ককাদেউতাক মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই অতি মৰমৰ নাতিনীয়েকৰ নাম পদ্মিনী ৰাখিলে যদিও তেতিয়াৰ কলিকতা-প্ৰৱসুৰা আধুনিক ৰুচি সম্পন্ন দেউতাকে মাতিলে 'নলিনী' বুলি। শেষত পিতৃ দত্ত 'নলিনী', 'নলিনীবালা', ক্ৰমে 'নলিনীবালা দেৱী' ৰূপত অসমীয়া সাহিত্যৰ কাব্য জগতত চিৰ উজ্জ্বল তোটাতৰাৰ দৰে জিলিকি থাকিল।

যুগধৰ্মৰ প্ৰচলিত পৰম্পৰাগত ৰীতি মানি নবীনচন্দ্ৰই কুৰি বছৰ বয়সতে বিবাহ কাৰ্য সমাপন কৰে। বৰদলৈ কলিকতাত থকা সময়ত নলিনী বালাৰ বয়স আছিল পাঁচ-ছ বছৰ। নলিনীবালা দেউতাকৰ চকুৰমণি, আমাসৰ নাক আছিল। কলেজ বন্ধৰ সময়ত প্ৰত্যেকবাৰ ঘৰলৈ

আহোঁতে বৰদলৈয়ে 'সৰগ-শিশু' নলিনীৰ ফুটফুটীয়া টুপী, বংচঙীয়া ফ্ৰক্ চোলা লৈ আহে। অকুমাৰী অপেশ্বৰী সদৃশ নলিনীৰ ৰূপ আৰু আনন্দ দেখি পিতৃ নবীনচন্দ্ৰৰ হিয়াও আনন্দত উপচি পৰে।

নলিনীবালাৰ দেউতাক-ককাদেউতাক বৰ অতিথি-পৰায়ণ আছিল। তেওঁলোকৰ ঘৰভৰা বিৰাট পৰিয়াল। চাৰিকুৰিতো অধিক মানুহে প্ৰতিসাঁজতে ভাত খাইছিল। প্ৰতিদিনে আলহী-অতিথিৰ সোঁত বৈ আছিল। তাৰ বাহিৰেও আশ্ৰয় নোপোৱা বাটৰুৱা, তীৰ্থযাত্ৰী, পৰ্যটক আদিক নবীনচন্দ্ৰই আদৰি আনি ঘৰত আশ্ৰয় দিছিল আৰু তেওঁলোক যাবৰ সময়ত গাড়ী-ঘটৰ খৰচ, পিন্ধা কানি-কাপোৰ আদি দিছিল। এবাৰ এনেদৰে মাতি আনি আশ্ৰয় দিয়া নৱদ্বীপৰ এহাল তীৰ্থযাত্ৰী অসমৰ মিঠা বৌমাছ খাবলৈ পাই বজ্ৰলেপ হৈ পৰাত দুমাহৰ মূৰত বৰদলৈদেৱে ৰেল ষ্টেছনলৈ গৈ টিকট কাটি গাড়ীত তুলি দি আহে। নলিনীবালাই পিতৃৰ এই বিশাল হৃদয়ৰ পৰিচয় পাইছিল আৰু নিজেও একে ভাবৰ দ্বাৰা অনুৰণিত হৈ জীৱনৰ অন্তিম সময়লৈকে আলহী-অতিথিক সোধ পোচ কৰি ভাল পাইছিল।

নলিনীবালাই পিতৃৰ কৰ্ম আৰু চিন্তাধাৰাৰ মাজত নাৰীজাগৰণ আৰু নাৰী-মুক্তিৰ অন্তঃস্ৰোতা ফল্গুৰ দৰে এটি প্ৰবাহ দেখা পাইছিল আৰু সিয়ে তেওঁক পিতৃৰ প্ৰতি বিশেষ ভক্তিপৰায়ণা কৰি তুলিছিল।

কুৰি শতিকাৰ মাজভাগলৈকে অসমীয়া নাৰী-সমাজ বৰ সংৰক্ষণশীল আছিল। বোৱাৰী-গাভৰু-ছোৱালী আজিকালিৰ দৰে মুকলি মূৰীয়াকৈ ফুৰাটো অতি লাজৰ কথা আছিল। সম্ভ্ৰান্ত ঘৰৰ গাভৰু-ছোৱালী ঘৰৰ চৌহদৰ পৰা আন নেলাগে পদূলিমুখলৈকে নোলাইছিল। "বোৱাৰী-জীয়াৰীৰ পৰা সকলো ভদ্ৰমহিলা ভয়ানক পৰ্দাপ্ৰথাৰ আঁৰত ঘৰৰ চুকত দিন কটাব লগীয়া হৈছিল। বিয়া-সবাহ বা বিশেষ প্ৰয়োজনত তিৰোতা মানুহ বাহিৰলৈ যাবলগীয়া হলে মুখলৈকে এহতীয়া ওৰণি টানি চৌধুলী নাইবা আঁৰকাপোৰৰ মাজত যোৱাৰ নিয়ম আছিল।"

পৰ্দা-প্ৰথাৰ এই ভয়ানক নিৰ্যাতনৰ মাজত নাৰীৰ জীৱন কাৰুণ্যকে ভৰি পৰা দৃশ্যই আধুনিক শিক্ষাৰে পুষ্ট বৰদলৈ দেৱৰ হৃদয় গভীৰভাৱে স্পৰ্শ কৰিছিল আৰু ইয়াৰ প্ৰতিকাৰ আৰু সংস্কাৰৰ ব্যৱস্থা প্ৰথমে নিজৰ ঘৰখনত, লাহে লাহে নিজৰ উজান বজাৰৰ হাউলিটোত, তাৰ পিছত

ক্ৰমে বহিৰ্মুখী কৰি তুলিছিল। সেই সময়ত অসম-বন্ধু মাণিক চন্দ্ৰ বৰুৱা আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ প্ৰচেষ্টাত কেইটামান আদৰ্শ পৰিয়াল গঢ়ি উঠাৰ লগে লগে এটি আদৰ্শবাদী যুৱক-যুৱতীৰ দলৰো সৃষ্টি হৈছিল। বৰুৱা-বৰদলৈৰ এহাতুৱীয়া চেষ্টাৰ ফলত উজান বজাৰ অঞ্চলৰ মহিলাসকলে পৰ্দা প্ৰথাৰ নিষ্ঠুৰ আৱৰণৰ পৰা বহু পৰিমাণে মুক্ত হৈ মুকলি আকাশ, মুকলি বতাহ সেৱন কৰিছিল। নলিনীবালাই মহান পিতৃৰ পৰা এই আদৰ্শবোৰ অকল নিজৰ বাবেই গ্ৰহণ কৰা নাছিল, সেই সময়ৰ তথাকথিত ৰক্ষণশীল নাৰী-সমাজক পোহৰৰ বাটলৈ আনাৰ বাবে প্ৰাণপনে চেষ্টা কৰিছিল।

আমি যি সময়ৰ কথা লিখিবলৈ লৈছো সেই সময়ত অসমত স্ত্ৰী-শিক্ষাৰ কোনো ব্যৱস্থাই নাছিল। দেউতাকৰ প্ৰচেষ্টা আৰু উৎসাহ, গৃহ-শিক্ষকৰ যত্ন আৰু নলিনীবালাৰ স্বকীয় প্ৰতিভা আৰু অধ্যৱসায়ৰ গুণত নলিনীবালা এদিন অসমীয়া কাব্য-আকাশত চিৰ জ্যোতিষ্মান নক্ষত্ৰৰ দৰে উজ্জ্বল হৈ উঠিল।

শৈশৱকালত ল'ৰা-ছোৱালীক নিজৰ দেশৰ মহান ঐতিহ্যৰ কথাবোৰ সাধুকথা, গল্প, প্ৰৱচন আকাৰে হওক বা গীত-পদৰ আকাৰে হওক অনুশীলন কৰিব লাগে। এই অনুশীলনবোৰে শিশুমনক ভৱিষ্যতৰ বীৰ-বীৰাঙ্গনা, কবি-সাহিত্যিক, গায়িকা-গীতিকাৰ আদি হোৱাত প্ৰেৰণা যোগায়।

শিশু নলিনীবালাক বুঢ়ী আইতাকে ৰামায়ণ-মহাভাৰত, পুৰাণ-ভাগৱত আদিৰ আখ্যানবোৰৰ লগত পৰিচয় কৰি দিয়াৰ লগতে কীৰ্তনৰ পদবোৰ সুৰ লগাই গাই শুনাইছিল আৰু সিবোৰে নলিনীবালাৰ কোমল হৃদয় স্পৰ্শ কৰিছিল। তাৰ লগতে বুঢ়ী আইতাকে নলিনীবালাক অতি সৰলভাৱে ধৰ্মজীৱন আৰু গাৰ্হস্থ্য জীৱনৰ শিক্ষা দিছিল যাৰ ফলত নলিনীবালাৰ প্ৰাণত অধ্যাত্ম আৰু গাৰ্হস্থ্য জীৱনৰ এটি সুসঙ্গত সুৰ নিৰবচ্ছিন্নভাৱে বৈ আছিল।

বুঢ়ী আইতাকৰ পৰা একালে যিদৰে ধৰ্মীয় আৰু গাৰ্হস্থ্য-জীৱনৰ সুশিক্ষা পাইছিল আনকালে সুযোগ্য পিতৃৰ পৰা নলিনীবালাই সমাজ, শিক্ষা আৰু সাহিত্য-চৰ্চাৰ প্ৰতি উৎসাহ আৰু প্ৰেৰণা পাইছিল। দেউতাক বৰদলৈৰ হৃদয় কবিসুলভ আৰু কবিকোমল গুণৰে ভৰপূৰ আছিল। মহাপুৰুষ দুজনাৰ প্ৰতি তেওঁৰ প্ৰগাঢ় শ্ৰদ্ধা-ভক্তি আছিল আৰু তেওঁলোকৰ ৰচিত

বৰগীত গাই আৰু শুনি মুগ্ধ হৈ পৰিছিল। যি বৰগীতক বৰদলৈয়ে প্ৰাণ ভৰি ভাল পাইছিল সেই প্ৰাণৰ বস্তুক প্ৰাণাধিক কন্যা নলিনীবালাক প্ৰতিদিন বাতিপুৱা অনুশীলন কৰিবলৈ দিছিল। বৰদলৈ নিজেও নিয়মিতভাৱে বৰগীত গাইছিল আৰু নলিনীবালাকো আত্মতৃপ্তি আৰু চিত্তবিনোদনৰ কাৰণে নিয়মিতভাৱে গাবলৈ দিছিল।

নবীন চন্দ্ৰ বৰদলৈ সাঁতোৰ বৰ ভাল পাইছিল। পুখুৰীত গা ধোওঁতে অন্ততঃ কমেও এপাক সাতোঁৰ মাৰিছিল। তাকে দেখি নলিনীবালাইও সাঁতুৰিবলৈ শিকিছিল। মুঠতে বিশ্ববিশ্ৰুত দাৰ্শনিক-শিক্ষাবিদ্ ৰুছোৰে ছাত্ৰ এমিলক জীৱন বক্ষা—জীৱন গঢ়াৰ শিক্ষা দিয়াৰ দৰে পিতৃ নবীন চন্দ্ৰয়ো জীয়াৰী নলিনীবালাক সততে জীৱন-প্ৰবাহৰ সুশিক্ষা দিছিল।

শিশু অৱস্থাতে সকলো ল'ৰা-ছোৱালীৰে ছবি আঁকিবলৈ এটি প্ৰবল ধাউতি জন্মে। শিশু নলিনীবালাৰো চিত্ৰবিদ্যাৰ প্ৰতি তেনে এটি প্ৰবল ধাউতি জন্মাত পিতৃ বৰদলৈয়ে নলিনীবালাক উত্তৰ গুৱাহাটীলৈ নি বিখ্যাত চিত্ৰকৰ ৺ৰত্নকান্ত মজিন্দাৰ বৰুৱাৰ তত্ত্বাৱধানত ৰাখি ছবি আঁকা শিকাইছিল। আদৰ্শ পিতৃৰ কৰুণা, শিক্ষাগুৰুৰ আশীৰ্বাদ আৰু নিজৰ চেষ্টাত নলিনীবালাই সময়ত চিত্ৰবিদ্যাত আশানুৰূপ সিদ্ধিলাভ কৰিছিল।

বৰদলৈ স্ত্ৰী-শিক্ষাৰ প্ৰতি আগ্ৰহশীল আৰু কৃতসঙ্কল্প আছিল বুলি আগতে কৈ অহা হৈছে। সেই সময়ত ছোৱালী বিদ্যালয় নথকাত বৰদলৈয়ে জীয়াৰী নলিনীবালাক বছা বছা শিক্ষক বিচাৰি আনি ঘৰতে শিক্ষাদানৰ ব্যৱস্থা কৰিছিল। জগতৰ অনেক বৰেণ্য ব্যক্তিৰ ওপৰত গৃহ-শিক্ষকৰ প্ৰভাৱ দেখা যায়। সেইদৰে নলিনীবালাৰ জীৱনৰ ওপৰত গৃহ-শিক্ষক, সেই সময়ৰ হলৰ কাৰ্জন (বৰ্তমান নবীনচন্দ্ৰ বৰদলৈ ভৱন আৰু লাইব্ৰেৰী) লাইব্ৰেৰীয়ান, ৺গোপালকৃষ্ণ দেৱ বিশেষ প্ৰভাৱ পৰিছিল। গোপালকৃষ্ণৰ মাজত থকা সৃজনী শক্তি আৰু শিক্ষকসুলভ গুণ নবীনচন্দ্ৰ বৰদলৈয়ে দেখা পাইছিল আৰু সেই গুণে নিজৰ জীয়াৰীৰ শিক্ষাৰ দায়িত্ব তেওঁত অৰ্পণ কৰিছিল। আচৰিত কথা, প্ৰাইমাৰী শিক্ষা শেষ কৰাৰ পিছতে গোপালকৃষ্ণই নলিনীবালাক ক্ৰমে কাব্যৰ গুণাগুণ, কাব্যৰ ছন্দ, ধ্বনি, ব্যাকৰণ সম্পৰ্কীয় জ্ঞান দিবলৈ ধৰিলে। গোপালকৃষ্ণৰ চেষ্টা, নলিনীবালাৰ স্বকীয় কাব্য-প্ৰতিভা আৰু সত্য-শিৱ-সুন্দৰৰ প্ৰতি থকা আজন্ম শ্ৰদ্ধা আৰু প্ৰেম-প্ৰীতিৰ ফলত বাৰ বছৰ বয়স পাৰ নৌহওঁতে

অসমীয়া, বঙলা আৰু সংস্কৃত ভাষাৰ মাজেৰে ভাৰতীয় দাৰ্শনিক চিন্তা-ধাৰাৰে পৰিপুষ্ট কাব্যবোধৰ সোঁতাই নৱলৈ ধৰে। শৈশৱ কালত বুঢ়ী আইতাক আৰু দেউতাকে আৰু কিশোৰ কালত শিক্ষাগুৰু গোপালকৃষ্ণই নলিনীবালাৰ কোমল হৃদয়ত যি 'কল্পতৰু'সদৃশ বৃক্ষৰ বীজ বপন কৰি দিলে, যৌৱনকালত সি ফুলেফুলে জাতিষ্কাৰ হৈ উঠিছিল।

নবীনচন্দ্ৰ বৰদলৈ একেবাৰে ৰাজনীতিবিদ, শিক্ষাবিদ, গায়ক-গীতিকাৰ, কবি-সাহিত্যিক হোৱাৰ উপৰিও চিকিৎসা বিদ্যাৰ প্ৰতিও তেখেত আগ্ৰহশীল আছিল। হোমিওপ্যাথিক চিকিৎসাক নবীনচন্দ্ৰ বৰদলৈ সমাজ-সেৱাৰ এটি আলম হিচাপে গ্ৰহণ কৰিছিল। এইদৰে ওকালতি ব্যৱসায়ৰ মাজতে পুৱা-গধূলি তেওঁৰ ওচৰলৈ অহা দুখীয়া-ৰুগীয়া লোকসকলক বিনা-মূলীয়া চিকিৎসা কৰিছিল। দুয়োটা ব্যৱসায় একেলগে চলাবলগীয়া হোৱাত, লগতে সময়ৰো নাটনি হোৱাত, জীয়াৰী নলিনীবালাকো হোমিওপ্যাথিক চিকিৎসাৰ বিষয়ে অধ্যয়ন কৰিবলৈ দিলে। নিচেই কম দিনৰ ভিতৰতে নলিনীবালা হোমিওপ্যাথিক চিকিৎসাত দেউতাকৰ ভাল সহায়িকা হৈ উঠিল। পিতা-পুত্ৰী দুয়োমিলি জনসেৱাৰ ব্ৰত লৈ ঘৰতে ক্ষুদ্ৰ দাতব্য-চিকিৎসালয় এখন চলাই থাকিল।

সেইকালৰ 'গৌৰীদান প্ৰথা' অনুসৰি নলিনীবালাক শিৱসাগৰ নিবাসী ৺কৃষ্ণকান্ত চাংকাকতিৰ মাজুপুত্ৰ ৺জীৱেশ্বৰ চাংককাকতিলৈ এঘাৰ বছৰ বয়সতে বিয়া দিয়া হৈছিল। জীয়াৰীৰ বিবাহৰ সম্পৰ্কত বৰদলৈ দেৱে প্ৰায়েই কৈছিল—"জোঁৱাই জোখাই সু-পাত্ৰ নেপালে মই ছোৱালী বিয়া নিদিওঁ, কলিকতাত পঢ়ুৱাম।" এইয়া আছিল এজন মহান পিতৃৰ নিজে গঢ়া যোগ্যা কন্যাৰ প্ৰতি পিতৃৰ কৰ্তব্যৰ আভাস। সুপাত্ৰ অন্বেষে মিলিল। যথাসময়ত পিতৃয়ে কন্যাক বিয়াৰ বভাৰ তলৈলে আলফুলকৈ পথালি কোলাকৈ আনিলে। নবীনচন্দ্ৰৰ কন্যায়েক ৺প্ৰবোধচন্দ্ৰ বৰদলৈয়ে কন্যা সম্প্ৰদান কৰিলে।

পৃথিৱীৰ সকলো ল'ৰা-ছোৱালীয়ে পশু-পক্ষী ভাল পায়। বৰদলৈয়ে তেওঁৰ মৰমৰ জীয়াৰীক আনন্দ দিবৰ কাৰণে ঘৰতে এখনি সৰু চিৰিয়াখানা পাতি দিছিল। নলিনীবালাৰ বিবাহৰ পাছত স্বামী-গৃহত চিৰিয়াখানাৰ অভাৱত তেওঁ দুখ পাই বুলি ভাবি স্বামীয়ে কলিকতাৰ পৰা মেজাল ম'ৰা-চৰাই, হৰিণা, মহাপক্ষ প্ৰভৃতি আনি সেই অভাৱ পূৰণ কৰিছিল।

পৰিতাপৰ বিষয় বিবাহ হোৱাৰ ন বছৰ পূৰ নোহওতে নলিনীবালাৰ স্বামীৰ অকাল বিয়োগ হয়। ৰবদলৈ পৰিয়ালৰ বাবে ই আছিল এক বিনামেঘে বজ্ৰপাত।

বিজুলি সঞ্চাৰে এই মৰ্মন্তুদ শোকৰ বাতৰি ৰবদলৈৰ ওচৰ পালেহি। অকণো পলম নকৰাকৈ পিতৃ ৰবদলৈ পিছদিনা নলিনীৰ ওচৰ পালেগৈ। স্বামীহীনা-জীয়াৰীক কোলাত তুলি লৈ চকু-পানী মচি দিলে। শোকাভিভূতা নলিনীবালাই পিতৃৰ কোলাত মূৰ থৈ সুধিলে—

"দেউতা মোৰ কি হ'ল? কি হ'ব?"

মহান পিতৃৰ কণ্ঠৰ পৰা দৃঢ়তাৰে ভৰা আশ্বাস আৰু অভয়বাণী ওলাই আছিল—"বাছা, মই আছো নহয়; তোমাৰ একো চিন্তা নাই।" এইদৰে সান্ত্বনা দি পিতৃয়ে পুত্ৰীক মানৱ জীৱনৰ উচিত-অনুচিত, কৰ্তব্য-অকৰ্তব্য সম্পৰ্কে জ্ঞান দি ক'লে "মানৱ-জীৱনৰ দুখ-সুখ অনিবাৰ্য। দুখ-সুখ সকলো সমানভাৱে সহিব পৰাটোতহে মানৱ জীৱনৰ সাৰ্থকতা।...তোমাৰ কণ কণ ল'ৰা-ছোৱালী কেইটালৈ চোৱাচোন! তুমিয়েই সিহঁতৰ একমাত্ৰ আশ্ৰয়। তুমি কান্দিলে সিহঁতে কান্দিব; তুমি হাঁহিলে সিহঁতে হাঁহিব। তোমাৰ বুঢ়ী শাহুয়েৰালৈ চোৱা। পুত্ৰ-শোকাতুৰা মহীয়সী নাৰী সোৱা কিদৰে স্থিৰ হৈ আছে!"

ভৰ যৌৱনতে কামদেৱোপম স্বামী হেৰুৱাই বৈধব্য ব্ৰত পালি শুভ্ৰ বস্ত্ৰ পৰিধান কৰি নলিনীবালাই পিতৃ গৃহত প্ৰৱেশ কৰিলে। অতি মৰমৰ নাতিনীৰ দেহত বৈধব্যৰ শুকুলা আভৰণ দেখি বুঢ়ী আইতাকৰ বুকুৱে যন্ত্ৰণাতে ছাটি-ফুটি কৰিল। নাতিনীয়েকক ক'লে—"বাছা, এই এই সাজ পিন্ধি মোৰ আগত নোলাবি। পাতৰ বিহা-মেখলা পিন্ধি থাকিবি।" তাকে শুনি দেউতাকে কলে—"কিয় নিপিন্ধিব আই? সৰুৰে পৰা মোৰ বাছাক নানা ভৰহৰ সাজেৰে সজাই চাই ভাল পাইছিলো। এতিয়াৰে পৰা মোৰ বাছাৰ বগা সাজপাৰ পিন্ধা 'সৰ্বশুক্লা মহাশ্বেতা' ৰূপ চাবলৈ পালে মোৰ পিতৃ জীৱন ধন্য হ'ব।" উচ্চ আধ্যাত্মিক চিন্তা আৰু উচ্চ ভাৰতীয় আদৰ্শৰে পৰিপূৰ্ণ পিতৃৰ হৃদয়ৰ পৰা ওলাই অহা মৰ্মবাণীয়ে নলিনীবালাৰ দেহ-মনত অম্লান জ্যোতি চটিয়াই দিলে। জীৱনত কোনোদিনে কেতিয়াও দুখনা চাবিটা আখৰৰ "মহাশ্বেতা" শব্দটো নলিনীবালাৰ হৃদয়ৰ-তন্ত্ৰীত বাজি উঠিল—"মই মহাশ্বেতা, মই মহাশ্বেতা। পৃথিৱীৰ কোনো কান্দিনাই মোক

স্পৰ্শ কৰিব নোৱাৰিব। সমুখত বিস্তীৰ্ণ কৰ্মপথ, কৰ্তব্য পথ অফলসৰে মই অতিক্ৰম কৰিব লাগিব; পিতৃদত্ত মহামন্ত্ৰৰ সম্মান মই ৰাখিব লাগিব।"

থোৰতে এই কথা ক'ব পাৰি যে নলিনীবালাৰ জীৱনত তেওঁৰ পিতৃৰ জীৱনাদৰ্শই গভীৰভাৱে প্ৰভাবান্বিত আৰু পৰিচালিত কৰিছিল। এইটোৰ অভাৱ হোৱা হলে দেশবাসীয়ে নলিনীবালা দেৱীক যি ৰূপত লাভ কৰিলে তেনেদৰে হয়তো নেপালেহেঁতেন। দৰাচলতে এনে পিতৃও ধন্য, এনে কন্যাও ধন্য।

# কবি নলিনীবালাৰ সান্নিধ্যত

শ্ৰীনাৰায়ণ বেজবৰুৱা

কবি নলিনীবালাৰ সান্নিধ্যত কি দেখিলোঁ, কি বুজিলোঁ বা তেওঁৰ ব্যক্তিত্বই মোৰ মনতনো কেনে ভাৱ জগাই তুলিলে ইত্যাদি প্ৰশ্নৰ উত্তৰ এ-আষাৰতে দিবলৈ হ'লে ক'ব লাগিব যে, ভাৰতীয় আধ্যাত্মিক ঐতিহ্যৰ উত্তৰাধিকাৰিণী, কাব্য-কলা বিশাৰদা, স্বভাৱ-শিল্পী, এই গৰাকী হাড়ে-হিমজুৰে অসমীয়া অথচ বিশ্বপ্ৰেমেৰে উদ্বুদ্ধা ভাৰতীয় মহীয়সী তথা বিদুষী নাৰীৰ মাজত মই দেখিছিলো এনে এটি অনাবিল জ্যোতি—যি জ্যোতিত ৰহস্যাবৃতভাৱে একালে ফুটি উঠিছিল তীব্ৰ অথচ সূক্ষ্ম আৰু কুসুম-কোমল তেওঁৰ মনৰ অনুভূতিবোৰ আৰু আনকালে দীপ্ত হৈ উঠিছিল বিষাদ-জৰ্জৰিত তেওঁৰ হৃদয়ৰ অনুকম্পাবোৰ—যিবোৰ মৰ্মে মৰ্মে উপলব্ধি কৰিছিল তেওঁ, জীৱনৰ প্ৰতি মুহূৰ্ততে। এনে বিষাদ-মিশ্ৰিত আনন্দৰ প্ৰেৰণাতেই জীৱনৰ শেহ মুহূৰ্তলৈকে তেওঁ কলম ধৰিছিল—সৃষ্টি কৰিছিল সংগীতময় স্পন্দনেৰে স্পন্দিত, আধ্যাত্ম আলোকেৰে আলোকিত আৰু বিশ্ব-হৃদয় স্পৰ্শি আবেদনেৰে আপ্লুত, ৰসোত্তীৰ্ণ কবিতাৰাজি।

অনুৰূপ চিন্তাধাৰাৰ আনজন বিশ্ববিখ্যাত কবিৰ কথা মনত পৰিলেই মনলৈ আহে কবিগুৰু ৰবীন্দ্ৰনাথৰ কথা ; কিন্তু কবি ৰবীন্দ্ৰনাথৰ প্ৰভাৱ নলিনীবালাৰ ওপৰত যৎসামান্যভাৱে পৰিলেও, সি আছিল নিতান্তই গৌণহে, মুখ্য নহয়।

অন্তৰৰ স্বতঃস্ফূৰ্ত আবেদনেই আছিল কবি নলিনীবালাৰ প্ৰেৰণাৰ প্ৰধান উৎস। স্থূল জাগতিকতাৰ স্তৰ ভেদি গতি কৰিছিল আধ্যাত্মলোকলৈ তেওঁৰ কবিতা ; আৰু এনে চিন্তাৰ উহ তেওঁ বিচাৰি পাইছিল ভাৰতীয় দাৰ্শনিক চিন্তাপুষ্ট বিভিন্ন গ্ৰন্থাৱলীৰ মাজত। ইংৰাজী সাহিত্যৰ লগতো পৰোক্ষভাৱে তেওঁৰ সম্বন্ধ ঘটিছিল, তেওঁ বুজি পোৱা ভাৰতীয় বিভিন্ন ভাষালৈ অনুবাদিত ইংৰাজী সাহিত্যৰাজিৰ যোগেদি।

তেওঁৰ কবিতাৰ ছন্দে ছন্দে ঝঙ্কাৰিত হৈছিল জীৱনৰ-প্ৰাণৰ গভীৰতম বেদনা-ব্যঞ্জিত সংগীতৰ অনুৰণনৰ আবেগিক স্পন্দন ধ্বনি। তেওঁৰ প্ৰকাশিত প্ৰথম কবিতাপুথি "সন্ধিয়াৰ সুৰ" তাৰেই সাক্ষী।

তেওঁৰ আনকেইখন কবিতাপুথি—'সপোনৰ সুৰ', 'পৰশমণি', 'যুগদেৱতা', 'জাগৃতি', 'অলকানন্দা' আদিতো আধ্যাত্মিকতাৰ বেগুণি পৰিস্ফুট হোৱা যেন লাগে।

এতিয়ালৈকে প্ৰকাশিত তেওঁৰ শেষ কবিতাপুথি "অন্তিম সুৰ" তেওঁৰ শেহতীয়া কবিতা-সংকলন "মন্দাকিনী"ৰ (বৰ্তমানে প্ৰকাশৰ পথত) এটি ভাগহে। সদ্যপ্ৰকাশিত "অন্তিম সুৰ"ৰ আৰম্ভণিতে দিয়া 'মন্দাকিনীলৈ এষাৰ'ত কবিয়ে লিখিছে :

"কবিয়ে নেজানে কিয় কবিতা লিখে। সময়ৰ পৰিবেশে কবিৰ মনত ভাবৰ কঁপনি তোলে আৰু তাৰ আলমতে কবিতা সৃষ্টি হয়। মোৰ শেষ জীৱনৰ কবিতা পুথি 'মন্দাকিনী'ত কেইবাটাও সুঁতি লগ হৈছে। প্ৰথম ধাৰাটোত শেষ জীৱনৰ বিদায়-জাননীয়ে সুৰ তুলিছে। দ্বিতীয় ধাৰাত মোৰ স্বৰ্গতো অধিক জনমভূমিৰ হকে গোৱা জাগৰণ-গীতিবোৰে নৱাগত-বোৰক মাতিছে। আন আন ধাৰাত শিশুৰ মাজত ভাবৰ বন্দনা। শেষত কেইটিমান কাহিনী কবিতাৰে মোথনি মৰা হৈছে।"

ইয়াৰ পৰাই কবি গৰাকীৰ সামগ্ৰিক চিন্তাধাৰাৰ কিছু আভাস পাব পাৰি।

গদ্যলেখিকা হিচাপেও কবি নলিনীবালাৰ স্থান অতি ওপৰত। তেওঁৰ পিতৃদেৱতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ মৃত্যুৰ প্ৰায় বাৰ বছৰ পিছত ইং ১৯৪৮ চনত প্ৰকাশিত কবি নলিনীবালা-ৰচিত কৰ্মবীৰৰ জীৱনীপুথি "স্মৃতিতীৰ্থ" কেৱল যে তেওঁৰ পিতৃভক্তিৰেই নিদৰ্শন এনে নহয়, ই এখন বিজ্ঞানসন্মত প্ৰণালীৰে প্ৰণীত উৎকৃষ্ট জীৱনীগ্ৰন্থ। ইয়াত কৰ্মবীৰৰ কৰ্মময় জীৱনৰ ধাৰাবাহিক ৰূপ এটি প্ৰাঞ্জলভাৱে দাঙি ধৰা হৈছে।

ইং ১৯৪৮ চনতে অসমত অল্-ইণ্ডিয়া ৰেডিঅ'ৰ ছিলং-গুৱাহাটী কেন্দ্ৰ স্থাপন হোৱাৰ দিনৰে পৰা কবি নলিনীবালাই লিখা বহুতো আলোচ্য-সঙ্গীতালেখ্য, কবিতা-কথিকা-গীত-আলোচনা আদি অনাতাঁৰ কেন্দ্ৰযোগে সময়ে সময়ে প্ৰচাৰ হৈ আহিছে। তদুপৰি গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই তেখেতৰ জগত হোৱা কেইবাটাও সাক্ষাৎকাৰ আৰু কবিতা আবৃত্তি

আহিব ভবিষ্যতে অনাতাঁব ভড়ালত (আব্‌কাইভ্‌ত) যত্নেৰে সংৰক্ষণ কৰিছে।

ইং ১৯৫৪ চনত যোৰহাটত বহা অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিবেশনৰ সভানেত্ৰী হিচাপে লিখা তেওঁৰ ভাষণ আৰু মীৰ্জা আৰু বৰপেটা অধিবেশনত কবিসন্মিলনৰ সভানেত্ৰী হিচাপে লিখা তেওঁৰ দুয়োখন ভাষণ পঢ়িলেই বুজিব পাৰি—গদ্যলেখিকা হিচাপেও নলিনীবালাৰ স্থান ক'ত? ওজস্বিতা, প্ৰাঞ্জলতা আৰু কাব্যিকতা—তেওঁৰ লিখনিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত। আৰু এই তিনিটা বিশেষ গুণৰ লগত বিশ্বপ্ৰেমী আবেগানুভূতিয়ে তেওঁৰ লিখিত সকলো ৰচনাৰ ৰূপত ৰহণ চৰাইছে।

লিখনিৰ মাজতেই যে তেওঁৰ প্ৰতিভা সীমাবদ্ধ আছিল এনে নহয়; তেওঁ গীত গাইছিল, আবৃত্তি কৰিছিল, বক্তৃতা দিছিল। ছবি আঁকিও সৰুতে কেইবাবাৰো পুৰস্কাৰ পাইছিল।

স্বৰচিত কবিতা আবৃত্তিৰ ক্ষেত্ৰত সদৌ অসমৰ মহিলা সমাজত তেওঁ আছিল অদ্বিতীয়া। ভাৰতীয় ভাষাভাষী যি কোনো শ্ৰেষ্ঠ মহিলা কবিতা-আবৃত্তি কৰোঁতা শিল্পীৰ লগতো তেওঁ সমানে ফেৰ মাৰিব পাৰিছিল। অকল সেয়ে নহয়; 'কবিতা আবৃত্তি' যে এটা বিশেষ কলা—এই কথা নিজে আবৃত্তি কৰি প্ৰতিপন্ন কৰোঁতাসকলৰ মাজতো তেওঁৰ স্থান আছিল অতি ওপৰত। মুঠতে, কবি নলিনীবালাৰ দৰে ভাৰতীয় নাৰীত্ব আৰু ঐতিহ্যৰ প্ৰতীক স্বৰূপিনী, গুণী-জ্ঞানী, সৰ্বকলা-বিশাৰদা নাৰী অসমত দ্বিতীয় এগৰাকী আজিলৈকে ওলোৱা নাই। উদীয়মান কবি-শিল্পী-সাহিত্যিকাসকলৰ বাবে ই যে এটা প্ৰত্যাহ্বান, কোৱা বাহুল্য মাথোন।

প্ৰকৃতাৰ্থত কবি নলিনীবালাৰ শিল্পী মনটো শিশুসুলভ সৰলতাৰে সিক্ত হোৱাৰ বাবেই চিৰ-সেউজত্ব লাভ কৰিছিল তেওঁৰ চিন্তাধাৰাই। কোমল-মতি শিশুসকলৰ লগত হাঁহি-ধেমালিৰে উমলি জামলি আৰু সময়ে সময়ে সাধুকথা বা গল্পৰ ছলেৰে সিহঁতক সাৰুৱা উপদেশ দি তেওঁ এক অনাবিল আনন্দৰ তৃপ্তি অনুভৱ কৰিছিল। আনহাতে, তেওঁৰ মনটো উদাৰ আৰু মহান হোৱাৰ কাৰণেই সকলোকে আপোন বুলি আঁকোৱালি ল'ব পাৰিছিল। অৱশ্যে এটা কথা ঠিক যে, এই বিশেষ গুণটো তেওঁ লাভ কৰিছিল তেওঁৰ মহান পিতৃ আৰু গুৰু 'কৰ্মবীৰ' পৰাই। কৰ্মবীৰ বৰদলৈ বাহিৰে দেখাত যিমান উগ্ৰ আছিল, ভিতৰি তেওঁৰ অন্তৰ আছিল সিমানেই

কোমল। সেয়েহে বোধকৰোঁ এই দ্বিতীয় গুণটো তেওঁ তেওঁৰ প্ৰিয়তমা কন্যা নলিনীবালাক দি যাব পাৰিছিল। এইজন চিৰপূজ্য পিতৃৰ কথা নলিনীবালাই কৃতজ্ঞভাবে সুঁৱৰিছিল আৰু মুক্তকণ্ঠে স্বীকাৰ কৰিছিল যে তেওঁৰ পিতৃ নবীনচন্দ্ৰই তেওঁক দ্বিতীয় জীৱন দান দি, অকাল-বৈধব্য যন্ত্ৰণাত সেমেকি যাব খোজা তেওঁৰ শিল্পীমনটো পুনৰ সঞ্জীৱিত কৰি ধ্বংসৰ মুখৰ পৰা ৰক্ষা নকৰা হলে, তেওঁৰ গোটেই জীৱনটোৱেই হয়তো হৈ পৰিলহেঁতেন এক দুৰ্বহ বোজা!

মাত্ৰ কুৰি বছৰীয়া গাভৰু অৱস্থাতেই নলিনীবালাই নিজ স্বামীক হেৰুৱাই বৈধব্যৰ নিদাৰুণ শোক সহ্য কৰিব লগীয়া হৈছিল। সেই অৱস্থাতে তেওঁৰ পিতৃহাৰা কণ কণ লৰা-ছোৱালী কেইটিৰে সৈতে পিতৃ নবীন চন্দ্ৰ বৰদলৈয়ে সোদৰৰ জীয়ৰীক সান্ত্বনা দি বুজাই বঢ়াই নিজৰ ঘৰলৈ লৈ আহে ; আৰু জীয়েকৰ অসহনীয় দুখ পাতলক বুলিয়েই নানান সজ উপদেশ-মূলক কিতাপ-পত্ৰৰ মাজত তেওঁক ব্যস্ত ৰাখিবলৈ যত্ন কৰে। এই আশা আংশিকভাৱে হলেও হয়তো বলৱতী হৈছিল। কিন্তু কি হ'ব? স্বামীৰ মৃত্যুৰ শোক ভালকৈ নৌ পাহৰোঁতেই প্ৰায় আঠে বছৰ পিছতেই তেওঁৰ তিনি বছৰীয়া কনিষ্ঠ পুত্ৰ 'পুতলীয়ে' তেওঁক চিৰদিনৰ বাবে এৰি গ'ল। এনেহেন মৰ্মন্তুদ বেদনাকো দেৱতাৰ আশীৰ্বাদ বুলি শিৰপাতি লৈ, অসীম ধৈৰ্য্যৰে নিজকে সংযত কৰি, পিতৃৰ সান্ত্বনাবাণী আৰু উপদেশকে বেদবাক্য বুলি মানি, নিজৰ কৰ্মময় জীৱনত ন গঢ় দি, আধুনিক অসমীয়া কাব্যত নলিনীবালাই যি বিশিষ্ট অৱিহণা দি যাবলৈ সক্ষম হ'ল, তেনে দৃষ্টান্ত অসমীয়া তথা ভাৰতীয় সাহিত্য জগততে বিৰল।

শোকৰ পিছত শোকে নলিনীবালাক এৰা নিদিলে। ইং ১৯৩৬ চনৰ আগভাগত এটা সামান্য মটৰ দুৰ্ঘটনাৰ সংক্ৰান্তত সৃষ্টি হোৱা এক মাৰাত্মক অসুখত ('গেংগ্ৰীন'ত) ভুগি কৰ্মবীৰ বৰদলৈৰ মৃত্যু হয়। তেখেতৰ ছমহীয়া শ্ৰাদ্ধৰ দিনাই নলিনীবালাৰ দ্বিতীয় পুত্ৰ পবিত্ৰপ্ৰাণ চাংকাকতীকো নিষ্ঠুৰ কালে এঘাৰ বছৰ বয়সতে হৰি নিলে! পবিত্ৰপ্ৰাণে সেইবাৰ বি-এছ-চি পৰীক্ষা পাছ কৰা খবৰটো শুনাইছিলহে মাথোন।...... কিয়? —কিয় বাৰু এনে হয়??

স্বভাব-শিল্পী হিচাপে নলিনীবালাই জন্মগ্ৰহণ কৰিছিল বাবেই হয়তো, ভগবানে তেওঁক অকাল বৈধব্য জাপি দিয়েই ক্ষান্ত নেথাকি

ইটোৰ পিছত সিটোকৈ চাৰিটা শোকৰ মৰ্মন্তুদ আঘাত দি, তেওঁৰ অন্তৰৰ গভীৰতম প্ৰদেশত আধ্যাত্মিকভাৱ যেন জগাই তুলিছিল। সেয়েহে বোধকৰোঁ বেদনাৰ ব্যঞ্জিত ইমান গভীৰ আৰু মৰ্মস্পৰ্শী হৈছিল তেওঁৰ কবিতাৰাজি।

নলিনীবালাৰ বিভিন্ন ৰচনাৱলীৰ সম্যক আলোচনা এনে এটি সীমিত পৰিসৰৰ প্ৰবন্ধত দাঙি ধৰাটো সম্ভৱ নহয়। তথাপি তেওঁৰ শেহতীয়া পুথি "অন্তিম সুৰ"ৰ যৎসামান্য আলোচনাই কবি গৰাকীৰ (জীৱনৰ) দাৰ্শনিক দিশটোৰ কিঞ্চিৎ আভাস দিব বুলি ভাবি এআষাৰ নকৈ নোৱাৰিলোঁ।

নলিনীবালাৰ মৃত্যুৰ এসপ্তাহমান আগতে প্ৰকাশ হোৱা, তেওঁৰ সাতটি কবিতা সম্বলিত "অন্তিম সুৰ" পুথিত কবিগৰাকীৰ শেষ আকাঙ্ক্ষা প্ৰস্ফুটিত হৈ উঠা যেন-লাগে। এনে ভাব হয়—তেওঁৰ সৰ্বশ্ৰেষ্ঠ কবিতা "পৰমতৃষ্ণা"ৰ পৰিসৰো ইয়াত ঠায়ে ঠায়ে ভেদ কৰি, কবিৰ মন নিৰ্বিকাৰত্ব লাভৰ পথেদি অনন্তধামলৈ গতি কৰিছে।

"যাবলৈ ওলোৱা বাটকৰা তই, সাজু হলিনে নাই ?
দিগন্তত সোঁ পোহৰৰ ৰেখা বুৰ যায়
দৃষ্টিৰ সীমা অসীমত হেৰাই যায়,
নাই নাই, আৰু যে সময় নাই।
জোলোঙাত বান্ধি ল' এটি হাঁহি ৰেখা, এটুপি চকুলো,
চাবি,—বাট যাতে নেহেৰায়।
নাই নাই, আৰু যে সময় নাই।"

আধ্যাত্মিক-সপোন বিভোৰা কবিয়ে "নীলাস্বপ্ন"ত দেখা পায় ঃ

"ইকূল সিকূল নাই ; নাই পাৰাপাৰ,
নীলাময় বিশ্ব চৰাচৰ।
গভীৰ নীলিমা ভেদি বাজে যাত্ৰা সুৰ,
নীলাবিন্দু মাৰ যায় নীলাৰ মাজত।"

শেহ মুহূৰ্তত কবিয়ে দেখা পায় উৰ্বলি শেষ হৈ যোৱা নিজৰ জীৱনৰ সাধুটো—

"এৰি অহা পঁজা জহি খহি শেষ হ'ব····
জীৰ্ণ দেহৰ ছাইবোৰ পৰি ৰ'ব···
এটি সাধু শেষ হ'ব।"

এটি অমৰণ সুৰ হ'বলৈ কবিয়ে শেষ বাঞ্ছা কৰে ; প্ৰতিশ্ৰুতি দিয়ে সেই সুৰৰ সপোন ৰচনা কৰাৰ :

"ক্ষণিক দেহাৰ আঁৰত জীৱনৰ দেখি ৰূপান্তৰ
নতুন দেহীয়ে হাঁহে জীৰ্ণ দেহা চাই…
জড় দেহে অবিৰাম কৰ্ম কৰি যায়
অক্ষয় সত্তাৰ শুভ ইংগীত পাই
পাবলৈ সুৰ ৰূপ—জগতৰ জীৱন্ত সত্যৰ
জ্বলন্ত দৰ্শন।"

তথাপিও কবি কিন্তু আশাবাদী। উগ্ৰ দেশপ্ৰেমৰ (চ'ভিনিজমৰ) ঊৰ্দ্ধত সমাধিস্থা হৈ, জন্মভূমিৰ মায়াত কবি মুগ্ধা—

"মৰিলে আঁতৰ হ'ম জানো এই ঠাই এৰি ?
দেহাৰ মৰমী সাজ মাটিৰ বুকুত সোলোকাই
জনম ভূমিত মোৰ ন-ৰূপ পৰশ বুলাই
সোণোৱালী জোনাক বাকিম…
সুৰে সুৰে সপোন আঁকিম।"

কোৱা বাহুল্য, নলিনীবালাৰ দেশাত্মবোধে তেওঁৰ বিশ্বমানৱ প্ৰেমত কোনো প্ৰকাৰে আউল লগোৱা নাছিল। তেওঁৰ আধ্যাত্মিকতায়ো ৰহস্যবাদৰ আশ্ৰয় লোৱা বুলি ভবাত কোনো যুক্তি নাই। দেশাত্মবোধৰ ফিৰিঙতিক আধ্যাত্মলোকলৈ লৈ যাব পৰা প্ৰতিভা লৈ জন্মগ্ৰহণ কৰিছিল বাবেই, এই গৰাকী স্বনামধন্যা অসমীয়া তথা ভাৰতীয় মহীয়সী নাৰীয়ে অসমীয়া কাব্যাকাশত এক স্বকীয় শ্ৰেষ্ঠ আসন দাবী কৰিব পাৰে।

মুঠতে, কবি নলিনীবালাৰ সান্নিধ্যত এই কথাটোকেই মই অনুভৱ কৰিছিলোঁ যে, তেওঁ আছিল চিৰ আশাবাদী স্বপ্নবিলাসী কবি—যাৰ অন্তৰত চিৰজাগ্ৰত আছিল নিজ জন্মভূমিৰ প্ৰতি অকপট স্নেহ আৰু মানৱতাৰ প্ৰতি অকৃত্ৰিম শ্ৰদ্ধা। সৰ্বত্ৰ বিৰাজমান, তেওঁৰ প্ৰতিভা আছিল সৰ্বমুখী। অসমীয়া সামাজিক সাংস্কৃতিক তথা জাতীয় জীৱনৰ এনে কোনো দিশ নাছিল য'ত নলিনীবালাৰ সক্ৰিয় সহযোগ নাছিল।

সৰ্বভাৰতীয় ক্ষেত্ৰতো নলিনীবালাই যথাযোগ্য স্বীকৃতি আৰু সন্মান আহৰণ কৰাৰ সুযোগ লভিছিল। সেইমতে বিচাৰ কৰিলে, তেওঁ আছিল পৰম ভাগ্যৱতী! নিজৰ ব্যক্তিগত জীৱনত তেওঁ যি হেকৰাইছিল,

শৈক্ষিক, সামাজিক আৰু জাতীয় জীৱনত সেই অনুপাতেই লাভ কৰিছিল অসম তথা সদৌ ভাৰতৰ অযাচিত সন্মান আৰু শ্ৰদ্ধা। নিৰ্বিবাদে ক'ব পাৰি, এইগৰাকী প্ৰথিতযশা কবি-শিল্পী-সাহিত্যিকাই বেদনাৰ বুনিয়াদত আনন্দৰ সৌধ নিৰ্মাণ কৰিছে সুদীৰ্ঘ চাৰিকুৰি বছৰীয়া তেওঁৰ জীৱনক সামৰণি পেলাব লগীয়া হৈছিল।

ইং ১৮৯৮ চনত জন্মগ্ৰহণ কৰি প্ৰায় চাৰিকুৰি বছৰকাল জীয়াই থাকি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বেদীত বিশিষ্ট বৰঙণি দি, নিজ জন্মভূমি অসমীৰ মুখত হাঁহিৰ বেঙণি বিৰিঙাই, ভাৰতীয় নাৰীত্বৰ প্ৰতীক এই গৰাকী নাৰীয়ে ইং ১৯৭৭ চনৰ ২৪ ডিচেম্বৰৰ দিনা নশ্বৰ দেহা ত্যাগ কৰি অমৰ ধামলৈ গতি কৰিলে। তেওঁৰ অমৰ আত্মাই অসমৰ উদীয়মান শিল্পী-সাহিত্যিক সমাজলৈ আজিও তেওঁৰ চিৰসেউজ আবেগময়ী প্ৰেৰণাৰ বাণী প্ৰেৰণ কৰিব লাগিছে।

জীৱনত তেওঁৰ আত্মাৰ সৰ্বগ্ৰাসী ক্ষুধাৰ ৰূপান্তৰ "পৰম তৃষ্ণা"ৰ দৰে মৰণতো তেওঁৰ বিদায় আছিল 'পৰম বিদায়।' সেয়েহে কবিয়ে গায়—

জয়তু নলিনী দেৱী! কাব্যামৃতে তীব্ৰ বেদনাৰ
থোল সানি কৰিলা ৰচনা বুনিয়াদ আধ্যাত্মিকতাৰ
লভিবলে' আকৌ এবাৰ অসমতে পুনৰ জনম
'স্বৰ্গতো অধিক' বুলি জন্মভূমি মাতৃ অসম।
তোমাৰ প্ৰাণৰ "পৰম তৃষ্ণা"ৰ তুলনা ক'তো যে নাই;
হে 'কাব্য-ভাৰতী'! তোমাৰ বিদায়োযে 'পৰম বিদায়'!*

*শেষৰ কবিতা ফাকি লিখকৰ নিজৰ—লিখক।

# মহীয়সী নলিনীবালা আৰু অসম সাহিত্য সভা

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

বৰেণ্যা কবি নলিনীবালা দেৱী অসম সাহিত্য সভাৰ সভাপতি-সকলৰ মাজত এতিয়ালৈকে একমাত্ৰ মহিলা—তৰাৰ মাজত এটি ভোটাতৰা। কেৱল মহিলা হোৱাৰ বাবেই যে তেওঁ এই সন্মানৰ পদত অধিষ্ঠিতা হৈছিল এনে নহয়, কিয়নো অসম সাহিত্য সভাৰ সংবিধানত জাতিভেদ নাই, পুৰুষ-মহিলাৰ ব্যৱধান নাই, কোনো বিশেষ শ্ৰেণী বা জনগোষ্ঠীৰ বাবে আচুতীয়া আসন নাই। নলিনীবালা দেৱীয়ে স্বকীয় কবি-প্ৰতিভাৰে জনমানসত বিকশিত হৈ, নিষ্ঠাৰে সাহিত্যসেৱা, জনসেৱা আৰু স্বদেশ সেৱাত আত্মোৎসৰ্গ কৰি নিজ যোগ্যতাৰে এই সন্মান আৰ্জি লৈছিল আৰু জীৱনৰ শেষদিনলৈকে সাহিত্য সভাৰ সিংহপীৰাখনিৰ জেউতি চৰাই আছিল। মৃত্যুৰ পিছত আজি সেই জেউতি হ'ল আকাশী জেউতি। কোনো কোনো প্ৰাক্তন সভাপতিৰ দৰে তেওঁ পীৰা এৰাৰ পিছত সাহিত্য সভাৰ চন্দন চ'ৰাৰ পৰা ফালৰি কাটি থকা নাছিল। নকলেও হ'ব যে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ স্বৰ্ণমুকুট শিক্ষাৰলৈ অসম সাহিত্য সভাই সময় আৰু সুযোগৰ সুৰুঙা উলিয়াবলৈ হেগ নেপালে। কৰ্মবীৰৰ 'মহাশ্বেতা সমা' সুযোগ্যা কন্যা নলিনীবালাই পিতৃৰ প্ৰাপ্য ভাগ অধিকাৰ কৰিয়েই নেৰিলে, নিজৰ বৰীয়াকৈও অসম সাহিত্য সভাক গৌৰৱান্বিত কৰি থৈ গ'ল, ভুৱনেশ্বৰী অসম মাতৃৰ দ'লৰ কলচী আৰু ওপৰলৈ তুলি থৈ গ'ল। সাহিত্য সেৱাত নবীনদুহিতা নলিনীবালা পিতৃতকৈয়ো একাঠী চৰা আছিল বুলিহে ক'ব লাগিব। সেয়ে হলেও নলিনীৰ ধমনীৰ শিৰে শিৰে প্ৰবাহিত হৈছিল পিতৃ কৰ্মবীৰৰ কৰ্মপ্ৰেৰণা, সাহিত্য-সংস্কৃতিৰ ফল্গুধাৰা 'অলকানন্দা', আৰু উদ্দীপন হৈছিল সময়ে সময়ে দেশপ্ৰেমৰ অগ্নিস্ফুলিঙ্গ। নবীন-নলিনী এই দুই পিতৃ-কন্যাক যেনেগে চকুৰে চাব

নোৱাৰি। যিমান দিন নলিনীবালা আমাৰ মাজত আছিল সিমান দিনলৈ তেওঁৰ মাজেদি অশৰীৰীভাৱে হ'লেও পোৱা গৈছিল কৰ্মবীৰ নবীনচন্দ্ৰক। সেই কাৰণেই কৰ্মবীৰক সাহিত্য সভাৰ সভাপতি পাতিব নোৱাৰাৰ বাবে যি ক্ষতি হৈছিল, সুতে—মূলে সেই ক্ষতি পূৰণ কৰিছিল তেওঁৰ যশস্বিনী কন্যা নলিনীবালা দেৱীয়ে। সাহিত্যৰ বুৰঞ্জীয়ে এই বিষয়ে সাক্ষ্যদান কৰিব।

অসম সাহিত্য সভাৰ প্ৰতিষ্ঠা-যুগত নলিনীবালা দেৱী আছিল বটবৃক্ষ স্বৰূপ দেউতাকৰ ডেউকাৰ আঁৰত, স্বকীয় বাটেৰে আগবাঢ়িছিল আত্মপ্ৰতিষ্ঠাৰ ৰ'দকাচলিত ১৯৭০ চনত ড° মফিজুল ইছলাম বৰা চাহেবৰ পৌৰোহিত্যত যোৰহাটত অনুষ্ঠিত অসম সাহিত্য সভাৰ ১৮শ অধিবেশনত যোগ দি নলিনীবালা দেৱীয়ে এখন দাৰ্শনিক ভাবাপন্ন ৰচনা পাঠ কৰিছিল আৰু তাৰ পিছত দুই এখন বছৰেকীয়া অধিবেশনত তেওঁ দৰ্শকৰ আসনৰ পৰাই সাহিত্য সভাৰ আলেখ লেখ চাইছিল। ১৯৫৩ চনত ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ পৌৰোহিত্যত ছিলঙত অনুষ্ঠিত যুগান্তকাৰী অধিবেশনতো নলিনীবালা দেৱীয়ে যোগদান কৰা নাছিল।

এই লেখকক যেনেকৈ সেই ছিলং অধিবেশনত ঘটনাচক্ৰই সাহিত্য সভাৰ বাঘজৰী হাতত তুলি দিছিল, সেইদৰে তাৰ পিছৰ বছৰত ঘটনাচক্ৰইহে নলিনীবালা দেৱীকো সাহিত্য সভাৰ লগত সম্বন্ধৰ সোণালী জৰীয়ে কটকটীয়াকৈ বান্ধি পেলাইছিল। অৱশ্যে এই বন্ধন আছিল মৰমৰ বন্ধন—যশোদা স্বৰূপা অসম মাতৃৰ বন্ধন।

মই যেতিয়া মোৰ কাৰ্য্যকালৰ প্ৰথম বছৰত সম্পাদকৰ বিষয়-বাব বুলি লওঁ, তেতিয়া আছিল নাকৰ ওপৰত নহাত পানী। সাহিত্য সভাৰ ভঁৰালত একমাত্ৰ কৰ্ণধাৰ ভূঞা ডাঙৰীয়াৰ পৰামৰ্শ বিভূতিৰ বাহিৰে এটা ফুটা কড়িও নাছিল। সাহিত্যানুৰাগী বন্ধু-বান্ধৱৰ লগত মিলিজুলি জাবৰ-জোঁথৰবোৰ শুচোৱাত লাহে লাহে আকাশ ফৰকাল হৈ আহিছিল। কিন্তু দুখৰ বিষয় বছৰটোৰ শেষৰ ফালে সম্পাদকৰ সামান্য অসাৱধানতাৰ বাবে সভাপতি নিৰ্বাচনত দুই-এজনৰ মনত অসন্তুষ্টিয়ে দেখা দিছিল। তাৰ ফলত অৰ্থাৎ এই সম্পৰ্কে বাস্তৱিকাকভত বাদ-প্ৰতিবাদ হোৱা দেখা পাই বিপুল ভোটাধিক্যত জয়লাভ কৰিও 'বন-ফুল'ৰ কবি যতীন্দ্ৰনাথ দুৱৰাদেৱে মুখ জোকাৰিলে ; তেওঁ অৱশ্যে স্বাস্থ্যৰ

অজুহাত দেখুৱাইছিল। তাৰ পিছত 'অঞ্জলি'ৰ কবি দুৰ্গেশ্বৰ শৰ্মাদেৱকো একোপধ্যে সেই সম্মান লবলৈ মান্তি কৰাব পৰা নহ'ল।

তিনিবাৰে নিষাৰ কৰিবলৈ মই অকলে 'সন্ধিয়াৰ সুৰ'ৰ কবি নলিনীবালা দেৱীৰ কাষ চাপিছিলো। তেওঁ তেতিয়া গুৱাহাটীৰ দোৰ-পুখুৰীৰ পূবে থকা কৰ্মবীৰৰ 'শান্তিভৱন'ত আছিল। মই তেওঁৰ আগত সকলো কথা বিবৰি সাহিত্য সভাৰ আগত এক সঙ্কটে দেখা দিয়া বুলি কৈ যোৰহাটত অনুষ্ঠিত হব লগীয়া অসম সাহিত্য সভাৰ ২৩শ অধিবেশনৰ সভানেত্ৰী হবলৈ সবিনয়ে অনুৰোধ জনালো।

তেওঁ সকলো কথা মোৰ পৰা মনোযোগেৰে শুনি কলে—"অসম সাহিত্য সভা আমাৰ সকলোৰে মৰমৰ জাতীয় অনুষ্ঠান। ছিলঙত ই লৌ সিদিনা পুনৰ্জীৱন লাভ কৰিছে। সভাপতিৰ অভাৱত এতিয়া ইয়াৰ বিপৰ্য্যয় মাতি আনিব নোৱাৰি। মোৰ গা ভাল নহয়; হাৰ্টৰ অসুখ। উমেশে (ভায়েক ডাক্তৰ উমেশচন্দ্ৰ বৰদলৈ) বেজী দি আছে। মই তাক বুজাই ক'লে সি নিশ্চয় অনুমতি দিব।"

সভানেত্ৰী হবলৈ নলিনীবালা দেৱীয়ে সম্মতি দিয়াত মোৰ মূৰেদি এচলু পানী পাৰ হৈ গ'ল। আনুষ্ঠানিকভাৱে পত্ৰ এখন তেওঁক দি হৃষ্টচিত্তে ঘৰলৈ উলটি আহিলোঁ। পিছদিনা বাতিপুৱা ডাকত দিয়া চিঠিখন পাইছিলো। শেষ ভালেই সকলো ভাল।

শান্তিভৱন, গুৱাহাটী

২০।১১।৫৪

"সম্পাদক ডাঙৰীয়া,

আপোনাৰ ১৪।১১।৫৪ তাৰিখৰ চিঠিখনত অহা যোৰহাটত বহিবলগীয়া সাহিত্য সভাৰ ২৩শ অধিবেশনত মোক সভানেত্ৰী নিৰ্বাচিত কৰিছে বুলি জানিব পাৰি মই গৌৰৱ অনুভব কৰিছো। প্ৰথমতে সুকবি দুৰ্গাদেৱক এইবাৰ সভাপতি নিৰ্বাচিত কৰা শুনি নথৈ বং পাইছিলো। তেখেতৰ শাৰীৰিক অসুস্থতাৰ কাৰণে বয়োবৃদ্ধ শ্ৰীযুত শৰ্মাদেৱেই সভাপতিৰ আসন অলঙ্কৃত কৰা সকলোৰেই বাঞ্ছনীয় আছিল। তেখেতেওঁ অসম্মতি জনোৱাত সুপণ্ডিতসকলৰ এই গৌৰৱপূৰ্ণ আসনখনি এই অযোগ্যালৈ সাহিত্যিক-সকলে আগবঢ়ালে যেতিয়া সুধীবৃন্দৰ স্নেহৰ দান এই অমূল্য গৌৰৱ

প্ৰত্যাখ্যান কৰিবলৈ মোৰ শক্তিৰ নাটনি অনুভৱ কৰিছোঁ। কিন্তু মোৰ কৰলগীয়া এইখিনিয়েই—শৰীৰ মোৰ অতি বেয়া। তথাপি জননী-জন্মভূমিৰ সেৱাৰ মনোভাৱ লৈ কৰ্ণীয়া দেহাৰেই মোৰ সাধ্য অনুসৰি এই আসনৰ সন্মান ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰিম।

ইতি—
বিনয়াৱনত
(স্বাঃ) শ্ৰীনলিনীবালা দেৱী।"

নলিনীবালা দেৱীৰ নিৰ্বাচনে তাকৰীয়া বিসম্বাদী পক্ষকে ধৰি অসমৰ সমগ্ৰ ৰাইজকে সন্তুষ্ট কৰিলে। ইমান দিনে এই গৰাকী বিদুষী নাৰী পাছৰ আঁৰত থকা লাওৰ দৰে গুৱাহাটীৰ 'শান্তিভৱন'ত ৰাইজৰ চকুৰ আঁৰ হৈ আছিল। সাহিত্য সভাৰ গুৰি বঠাপাট তুলি লবলৈ তেওঁ সন্মতি দিয়াত অচিৰতে সাহিত্য সভাৰ আকাশ ফৰকাল হ'ল। বাটৰ বিধি-পথালিবোৰ আপোনা আপুনি নাইকিয়া হৈ গল। ১৯৫৪ চনৰ ৩১ ডিচেম্বৰ আৰু ১৯৫৫ চনৰ ১ জানুৱাৰীত যোৰহাটত অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিবেশন নলিনীবালা দেৱীৰ পৌৰোহিত্যত সুসম্পন্ন হ'ল। বতৰ ডাৱৰীয়া হোৱা সত্বেও বিশিষ্ট দৰ্শক, দূৰণিবটীয়া প্ৰতিনিধি, পুৰুষ-মহিলা আদিৰে যোৰহাটৰ চন্দ্ৰকান্ত 'সন্দিকৈ ভৱন' চোতালত আটোমটোকাৰিকৈ নিৰ্মাণ কৰা সভামণ্ডপ উপচি পৰিছিল। যোৰহাট নগৰত দলদোপ হেন্দোলদোপ লাগিছিল। শুভ মুহূৰ্তত বৰপেটাৰ ভাগৱতবাগীশ নাৰায়ণচন্দ্ৰ দেৱমিশ্ৰ-দেৱে বেদমন্ত্ৰ পাঠ কৰি সভা উদ্বোধন কৰে। তাৰ পিছতে হয় মাণিকচন্দ্ৰ বৰুৱাদেৱৰ ঘোষাপাঠ। এক গাম্ভীৰ্যপূৰ্ণ পৰিবেশত সভাৰ কাৰ্য আৰম্ভ হয়। আদৰণী সভাৰ সভাপতি জ্ঞানৰ্ষি ৰাধানাথ ফুকন আৰু প্ৰাক্তন সভাপতি ডঃ সূৰ্য্যকুমাৰ ভূঞাই সভানেত্ৰীক যথাবিধি সম্ভাষণ জনায়। ফুকন ডাঙৰীয়াই তেওঁৰ বহুমূলীয়া পুৰণি তথ্যপাতিৰে সমৃদ্ধ সাৰগৰ্ভ অভি-ভাষণ পাঠ কৰাৰ অন্তত নলিনীবালা দেৱীয়ে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিভিন্ন দিশ সামৰি সভানেত্ৰীৰ অভিভাষণ পাঠ কৰে। মিঠা মিঠা, কবিতা কবিতা লগা এই ভাষণ 'অসম সাহিত্য সভাৰ ভাষণাৱলী'ত ৫ৰ্থ ভাগত সংৰক্ষিত হৈছে। এই অধিবেশনৰ বিতং বিৱৰণ 'অসম সাহিত্য সভাৰ ৰূপলেখা'ত আৰু নলিনী দেৱী ৰচিত 'এৰি অহা দিনবোৰ' গ্ৰন্থত সন্নিবিষ্ট হৈছে।

অধিবেশনৰ দ্বিতীয় দিনা শোক-প্ৰস্তাৱকে ধৰি সৰ্বমুঠ চৈধ্যটা প্ৰস্তাৰ সৰ্বসন্মতিক্ৰমে গৃহীত হয়। প্ৰস্তাৱবোৰ উত্থাপন আৰু অনুমোদন কৰি একোটি ভাষণ দিছিল অসমৰ বিভিন্ন স্থানৰ পৰা যোৱা বিশিষ্ট প্ৰতিনিধি-সকলে। সেই সকল আছিল হৰিপ্ৰসাদ বৰুৱা, নকুলচন্দ্ৰ ভূঞা, নীলমণি ফুকন, বিশ্বনাৰায়ণ শাস্ত্ৰী, ৰাধানাথ ফুকন, আনন্দচন্দ্ৰ বৰুৱা, প্ৰেমধৰ ৰাজখোৱা, চৈয়দ আব্দুল মালিক, পদ্মধৰ চলিহা, প্ৰফুল্লচন্দ্ৰ বৰুৱা, অতুলচন্দ্ৰ হাজৰিকা, মদনচন্দ্ৰ বৰুৱা, মহাদেৱ শৰ্মা, জীৱনচন্দ্ৰ গোস্বামী, শিৱপ্ৰসাদ বৰুৱা, অশ্বিনী চৌধুৰী, উপেন্দ্ৰ দত্ত, মিত্ৰদেৱ মহন্ত, হেমচন্দ্ৰ দত্ত, ব্ৰজেন বৰপূজাৰী, শৈলেন্দ্ৰনাথ ফুকন, মনোৰঞ্জন শাস্ত্ৰী, হেম বৰুৱা, পৰাগধৰ চলিহা, বিশ্বনাথ ৰাজবংশী, প্ৰভৃতি।

সভাত তলেমান প্ৰস্তাৱ গৃহীত হয়। তাৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ ১৭শ প্ৰস্তাৱটো তলত হুবহু তুলি দিয়া হ'ল।

১৭শ প্ৰস্তাৱ :—পশ্চিমবঙ্গ কংগ্ৰেছ কমিটিয়ে ৰাজ্য পুনৰ্গঠন আয়োগৰ আগত দাখিল কৰা স্মাৰকপত্ৰত অসম আৰু অসমীয়া জাতি সম্পৰ্কে হীন আৰু অপমানসূচক মন্তব্য প্ৰকাশ কৰি অসমীয়া জাতিৰ আত্ম-সন্মানত দাৰুণ আঘাত দিয়াৰ বাবে এই সভাই পশ্চিমবঙ্গ কংগ্ৰেছক গৰিহণা দিয়ে আৰু এনে অবাঞ্ছনীয় কাৰ্যৰ তীব্ৰ প্ৰতিবাদ জনায়; বিশেষকৈ তলত লিখা কথাখিনি সেই প্ৰতিবেদনৰ পৰা অবিলম্বে প্ৰত্যাহাৰ কৰিবলৈ নিৰ্দেশ দিবৰ বাবে ভাৰত চৰকাৰক আৰু ৰাজ্য-পুনৰ্গঠন আয়োগক আজিৰ সন্মিলনে অনুৰোধ জনায় আৰু এই সম্পৰ্কে কেন্দ্ৰীয় চৰকাৰ, ৰাজ্য চৰকাৰ আৰু সংশ্লিষ্ট সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। প্ৰত্যাহাৰ কৰিব লগীয়া বিশেষ আপত্তিজনক কথাখিনি হ'ল এই :—

"Assamese have no real patriotism. They have already betrayed the cause of the Indian unity and integrity by allowing Sylhet, a Bengali speaking area to go easily to Pakistan. The motive behind there is nothing but to increase percentage of Assamese in Assam. Assam is, therefore, not eager to maintain the present frontiers of India. So she can not be relied upon so as to prove equal to the task of maintaining strategically important frontiers."

এই প্ৰস্তাবটো উত্থাপন কৰিছিল ডেকাফুকনৰ ভ্ৰাতা শৈলেন্দ্ৰনাথ ফুকনে আৰু জোৰেৰে সমৰ্থন কৰিছিল সভানেত্ৰী নলিনীবালা দেৱীয়ে এটা উদ্দীপনাময় ভাষণেৰে। বাগ্মীবৰ ফুকন, শৈলেন ফুকন আৰু নলিনীদেৱীৰ উদ্দীপনাপূৰ্ণ বক্তৃতাই সমজুৱাসকলক বিশেষভাৱে উত্তেজিত কৰি তুলিছিল। ঠেৰেঙা আবতো শৰীৰবোৰ তপত হৈছিল।

আজিকালিৰ দৰে সেই সময়ত সাহিত্য সভাৰ নিৰ্বাচনত ভোটৰ ভূতে লম্ভিবলৈ বিশেষ সুবিধা পোৱা নাছিল। সমিলমিলভাৱে আলোচনা-বিলোচনা আৰু পৰস্পৰ বুজাবুজিৰ মাজেদি নিৰ্বাচন-পৰ্ব সমাপ্ত হৈছিল। নামতকৈ কামত অধিক গুৰুত্ব আৰোপ কৰা হৈছিল। জ্যেষ্ঠ সাহিত্যিক-সকলক সন্মান দেখুৱাবলৈ সকলোৰে আগ্ৰহ আছিল।

নতুন বছৰৰ বাবে নিৰ্বাচিত কাৰ্য্যপালিকাৰ সদস্যসকল আছিল ঃ নলিনীবালা দেৱী ( সভানেত্ৰী ); অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা ( প্ৰধান সম্পাদক ); ডঃ সত্যেন্দ্ৰনাথ শৰ্মা ( কোষাধ্যক্ষ ); প্ৰেমধৰ ৰাজখোৱা ( পত্ৰিকা সম্পাদক ); যতীন্দ্ৰনাথ গোস্বামী ( সহ-সম্পাদক ); কৰুণাধৰ বৰুৱা ( সহ-সম্পাদক ), ৰত্নকান্ত বৰকাকতী, অধ্যক্ষ হেম বৰুৱা, মিত্ৰদেৱ মহন্ত, আনন্দচন্দ্ৰ বৰুৱা, ডঃ মহেশ্বৰ নেওগ, অধ্যাপক ৰজনীকান্ত দেৱ শৰ্মা, অধ্যক্ষ পৰাগধৰ চলিহা, অশ্বিনী চৌধুৰী, শিৱপ্ৰসাদ বৰুৱা, চৈয়দ আব্দুল মালিক, ভৱানন্দ ৰাজখোৱা, শ্ৰীমান প্ৰফুল্ল গোস্বামী, শ্ৰীৰামচন্দ্ৰ দাস, বিশ্বনাথ ৰাজবংশী, দেৱেন্দ্ৰ চন্দ্ৰ দাস, ( সদস্যসকল )।

নক'লেও হ'ব যে এনে এখন শক্তিশালী কাৰ্যপালিকাই অসম সাহিত্য সভাৰ যি কোনো সভাপতি-সম্পাদকে গৌৰৱ অনুভৱ কৰিব পাৰে। ইয়াৰ ভালেকেইজনে পিছত সভাপতিৰ আসনো অলঙ্কৃত কৰি অসম সাহিত্য সভাৰ নাম উজ্জ্বল কৰিছিল। এওঁলোকৰ পৰা গঠনমূলক সজ দিহা-পৰামৰ্শ আৰু সহযোগ লাভ কৰি আগৰ বছৰ বিপৰ্যয়ৰ পিছত থানথিত লগা সভাখনে সেই বছৰ অগ্ৰগতিৰ পথত দৃঢ়ভাৱে এটা খোজ দিব পাৰিছিল। সভানেত্ৰী নলিনী দেৱীৰ সাহসী নেতৃত্বই সভাৰ বাহিৰে-ভিতৰে সকলোকে উৎসাহিত কৰিছিল অনুপ্ৰেৰণাৰ যোগেদি।

নলিনীবালা দেৱীৰ কাৰ্যকালৰ বছৰটোত কাৰ্যনিৰ্বাহক সভাৰ চাৰিটা অধিবেশন বহে। ১ম অধিবেশন ১৯৫৫ চনৰ ২ জানুৱাৰীত যোৰহাটত, ২য় অধিবেশন ১৩ আৰু ১৪ মাৰ্চত গুৱাহাটীত, ৩য় অধিবেশন

২৯ আগষ্টত যোৰহাটত আৰু ৪ৰ্থ অধিবেশন ২৩ ডিচেম্বৰত গুৱাহাটীত বহে। সমিতিৰ আটাই কেইজন সদস্যই মিলিজুলি এটি পৰিয়ালৰ মানুহৰ দৰে কাম কৰিব পাৰিছিল। সভানেত্ৰী গৰাকী তৃতীয় অধিবেশনৰ বাহিৰে আন আটাইকেইখন অধিবেশনত উপস্থিত আছিল আৰু অসুখীয়া গাৰে হলেও তেওঁ সক্ৰিয় ভাগ লৈছিল।

সেই বছৰৰ আটাইতকৈ উল্লেখযোগ্য কাম আছিল ৰাজ্য-পুনৰ্গঠন আয়োগৰ আগত অসম সাহিত্য সভাৰ স্মাৰকপত্ৰ আৰু সাক্ষ্য প্ৰদান। ফজল আলি, হৃদয়নাথ কুঞ্জৰু আৰু ছৰ্দাৰ পানিক্কৰক লৈ এই সম্পৰ্কে কেন্দ্ৰীয় চৰকাৰে এটা তিনিজনীয়া আয়োগ গঠন কৰি দিছিল। অসমৰ সীমাৰ সাল-সলনিত আৰু টনা-আজোৰা সম্পৰ্কত দেশৰ বা-বতাহ তপত হৈ উঠিছিল। ৰাজনীতিৰ ফালৰ পৰা নহলেও ভাষা আৰু সংস্কৃতিৰ ফালৰ পৰা অসম সাহিত্য সভাই আয়োগৰ আগত নিজৰ বক্তব্য উত্থাপন কৰাটো উচিত বিবেচনা কৰি এটা সঁজাতি দল গঠন কৰি দিছিল। এই সঁজাতি দলৰ গুৰি ধৰিছিল সভানেত্ৰী নলিনীবালা দেৱীয়ে। এই স্মাৰক-পত্ৰৰ শেষৰ ছেদটো তলত হুবহু তুলি দিয়া হল—

"In view of the reasons and considerations, advanced above, we, on behalf of the Asam Sahitya Sabha, beg to submit before the States Reorganisation Commission (i) that no part of the State of Assam, as at present constituted, be taken away from it; (ii) that the North Eastern Frontier Agency be forthwith amalgamated with Assam; (iii) that Cooch Behar, Jalpaiguri and Darjeeling be transferred to the State of Assam, subject to the will of the people of these Districts; (iv) that the two Part C States of Manipur and Tripura be merged with Assam subject to the will of their people and to provisions for subvention from the Government of India; and (v) that the illconceived plans of separate States on this defence frontier like Purbanchal and Hills State be not countenanced.

We ardently believe that the reasons and arguments, advanced by us, and the claims, made in the light of these reasons and arguments, would find careful consi-

deration in the hands of the learned members of the State Reorganisation Commission, and the future of Assam would be decided in the best interests of India in general and of Assam in particuler.

Nalinibala Devi
President Asam Sahitya Sabha
Atulchandra Hazarika
General Secretary,
Asam Sahitya Sabha.
Nilamani Phookan (ex-President),
Biswanath Rajbansi (Silchar, Cachar),
Debendranath Das (Goalpara),
Paragdhar Chaliha,
Satyendranath Sarma,
Maheswar Neog,
Members, Assam
Sahitya Sabha

Asam Sahitya Sabha
Gauhati Office
May 10, 1955.

সম্পূৰ্ণকৈ নহ'লেও অসম সাহিত্য সভাই যে আংশিক কৃতকাৰ্যতা লাভ কৰিছিল সেই বিষয়ে সন্দেহৰ থল নাই। ইয়াৰ ফলত অসমৰ পূৰ্বৰ সীমা অটুট থাকিল, চক্ৰান্তকাৰীবিলাকে গোৱালপাৰাক কাঢ়ি নিব নোৱাৰিলে; কিন্তু পুৰণি অসমৰ ক'লা, কৃষ্টি, ধৰ্ম আৰু সাহিত্যৰ কেন্দ্ৰ কোচবিহাৰ অসমৰ বুকুলৈ ঘূৰি নহাত আজিও প্ৰতিজন অসমীয়াই ব্যথা অনুভৱ কৰে।

সভানেত্ৰী নলিনী দেৱীয়ে পিছৰ বছৰ যুকলি সভাত এটা বিদায়-বাণী পাঠ কৰি তেওঁৰ কাৰ্যকালৰ বছৰটোৰ খতিয়ান দাঙ্গি ধৰিছিল এনেদৰে— "যোৰহাটত বহা সাহিত্য সভাৰ ২৩শ অধিবেশনত আপোনাসকলে এই অযোগ্যাক গৌৰৱময় আসনত বহুৱাই সভানেত্ৰীৰ ভাৰ দিছিল। এবছৰ কাল সাহিত্য সভাৰ সভানেত্ৰীৰূপে দেশৰ ভাষাৰ সেৱাকাৰ্য্যত মোৰ এই ক্ষুদ্ৰ শক্তিৰে যথাসাধ্য বৰঙণি যোগাবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাই। আপোনালোকে প্ৰধান সম্পাদকৰ প্ৰতিবেদনত শুনিছে, এই বছৰৰ ভিতৰত অসম সাহিত্য সভাৰ ভালেমান শাখা-সভা আৰু স্বীকৃত-সভা

নতুনকৈ গঢ়ি উঠিছে। অসমৰ চুক-কোণে পৰ্বতে-ভৈয়ামে অসমীয়া সাহিত্যৰ প্ৰতি আগ্ৰহ আৰু সহানুভূতি দেখা গৈছে। সাহিত্য সভাৰ জীৱন-সুবৰ্ণজয়ন্তী এই বছৰতেই সভ্য-সংখ্যা আৰু শাখা-সভাৰ সৰ্বোচ্চ সংখ্যাত উপনীত হৈছে। বহুদিনৰ পৰা গোট খাই থকা সাহিত্য সভাৰ নানা বেমেজালি আঁতৰ হৈ আজিৰ স্বাধীন অসমৰ সাহিত্য সভা ৰাহুমুক্ত চন্দ্ৰকলাৰ দৰে অসম আকাশ শুৱনি হৈ পৰিছে। বিশেষভাৱে এই বছৰতে অসমৰ ভাগ্য নিৰ্ণয়ক সীমা নিৰ্ধাৰণ আয়োগৰ আগত সাহিত্য সভাৰ সাক্ষ্যদান, চৰকাৰী ভাষা আয়োগৰ আগত সাক্ষ্যদান কৰিবলৈ পোৱা সাহিত্য সভাৰ সুবৰ্ণজয়ন্তী স্মৰণীয় ঘটনাৰূপে চিৰদিন গৌৰৱ দান কৰিব। দুখৰ বিষয় শ্ৰীশঙ্কৰ গুৰুৰ সংস্কৃতি বিকাশৰ তীৰ্থস্থান কোচবিহাৰক আমি অসমলৈ ঘুৰাই আনিব নোৱাৰিলোঁ। অসমৰ সীমাৰেখা নিৰ্ধাৰণৰ এটি বিচ্ছেদৰ বিপদ কালিমাৰ চিন হৈ গল। তথাপি আমাৰ অসমৰ সীমাৰ কিছু পৰিমাণে ৰক্ষা পৰিল। এই সকলো সাৰ্থকতাৰ মূলতে মই উল্লেখ নকৰি নোৱাৰোঁ যে আজি দুবছৰে প্ৰধান সম্পাদকৰূপে নিৰ্বাচিত হৈ একান্ত আন্তৰিকতাৰে দেশৰ ভাষাৰ সেৱা নিজৰ প্ৰধান কৰ্তব্যৰূপে সমাধা কৰি মোৰ সক ভাইৰ তুল্য শ্ৰীমান অতুলচন্দ্ৰ হাজৰিকাদেৱৰ আপ্ৰাণ চেষ্টাতেই সম্ভৱ হৈছে। দেশৰ ভাষাৰ সেৱাত এনে ঐকান্তিক নিষ্ঠা নহলে কাৰ্যক্ষেত্ৰত সফলতা লাভ কৰিব নোৱাৰি। মই আশা কৰোঁ, ভবিষ্যতলৈ নিৰ্বাচিত সম্পাদকসকলে এনে নিষ্ঠাপূৰ্ণ আৰ্হিৰে অসমীয়া জাতিৰ অতি চেনেহৰ এই সাহিত্য-সভাৰ সেৱাৰ ভাৰত আত্মনিয়োগ কৰিব। সুখৰ বিষয়, যোৱা বছৰৰ কাৰ্যকৰী সভাৰ নতুনকৈ নিৰ্বাচিত হোৱা নবীন প্ৰধান সভ্যসকলে অতদিনে অৱহেলিত হৈ থকা সাহিত্য সভাৰ বিভিন্ন ধৰণৰ উন্নতি পথৰ কাৰ্যকৰী কৰিবলৈ যেনেকেনে যত্ন কৰিছে।

বয়স্কজনৰ সস্নেহ উপদেশ ডেকাসকলৰ কৰ্মশক্তিৰ ওপৰতেই সাহিত্য সভাৰ সকলো সাৰ্থকতা নিৰ্ভৰ কৰিছে। উঠি অহা এচাম ডেকা-গাভৰু সাহিত্যিকৰ মাতৃভাষাৰ সেৱাৰ প্ৰতি আগ্ৰহ দেখা গৈছে। সংখ্যাত তাকৰ হলেও তেখেতসকলৰ সুচিন্তিত অৱদানে মাতৃ ভাষাৰ ভাণ্ডৰখনি অভাৱ দূৰ কৰিব বুলি মোৰ আশাবাদী মনে কামনা কৰে।

অসমৰ একমাত্ৰ সৰ্বদলীয় জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ ৰক্ষা

তলস্তে উদীয়মান অসমৰ শক্তি কেন্দ্ৰীভূত কৰিবৰ সময় হৈছে। এখন এটা সমাজৰ কৰাল গ্ৰাসৰ পৰা অসমে কোনো দিনেই মূৰ দাঙিব পৰা নাই। এনে অৱস্থাত আমাৰ ঢুকি পোৱা পৰ্বত-ভৈয়ামৰ মিলিত শক্তিয়েই সত্যবদ্ধ হৈ, সকলো সমস্যাৰ সমাধান কৰিবলৈ আমৰণ প্ৰতিজ্ঞাবদ্ধ হব লাগিব।

মোৰ জীৱনৰ বেলি মাৰ যাওঁ যাওঁ, চিৰ চেনেহী অসমৰ ধূলিতে মোৰ জীৱন ফুলপাহি সৰি পৰিব। গোটেই জীৱন জুৰি সুন্দৰ মহান অসমৰ পবিত্ৰতা চৰিত্ৰবল নিৰ্মল কান্তিৰ যি কল্পনা সপোন দেখি আহিছোঁ সেয়ে মোৰ জীৱনৰ আকাঙ্ক্ষা হৈ যুগে যুগে ঘূৰি আহিব এই অসমৰ বুকুলৈকে ; হয়তো এদিন মোৰ কল্পনা-সপোনে ৰূপ লব, সুন্দৰ অসম, নৈতিক চৰিত্ৰবলত বলিয়ান অসমে শৌৰ্য্যে-বীৰ্য্যে গৌৰৱ জগাই ভাৰতত শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিব। পৰম পিতাৰ চৰণত প্ৰাৰ্থনা জনাওঁ সেই সপোন যেন সফল হয়।

সেহেত আজি এবছৰে আপোনালোকে মৰমেৰে দিয়া গুৰু দায়িত্বৰ ভাৰ আজি যোগ্যজনৰ হাতত সমৰ্পণ কৰি কৰযোৰে আপোনালোকৰ ওচৰত মেলানি মাগিলো ; দায় দোষ যেন মৰিষণ কৰে।"

আনুষ্ঠানিকভাৱে সভানেত্ৰীৰ কাৰ্য্যকাল অন্ত পৰিছিল যদিও সেই যোৰহাট অধিবেশনৰ পৰা মৃত্যুৰ দিনলৈকে নলিনীবালা দেৱী অসম সাহিত্য সভাৰ লগত কটকটীয়া মৰমৰ এনাজৰীৰে বান্ধ খাই আছিল। সাহিত্য সভাই মাগ বুলিলেই তেওঁ সক্ৰিয় সহযোগ লাভ কৰিছিল। বিশেষ অসুবিধা নহলে তেওঁ সাহিত্য সভাৰ বছৰেকীয়া অধিবেশনবোৰত উপস্থিত থাকি বিশিষ্ট অতিথিৰ আসনৰ পৰা সুললিত ভাষণ দিছিল। তালে কেইখন কবি-সন্মিলনীত স্বৰচিত কবিতা পাঠ কৰিছিল। তদুপৰি তেওঁ পলাশবাৰী অধিবেশন (অক্টোবৰ ১৯৬০) আৰু দ্বিতীয় বৰপেটাৰ অধিবেশনৰ (ফেব্ৰুৱাৰী ১৯৬৯) কবি-সন্মিলনীৰ সভানেত্ৰীৰ আসন অলংকৃত কৰিছিল। ১৯৭২ চনত তৃতীয় ধুবুৰী অধিবেশনৰ শুভাৰম্ভ হৈছিল এই গৰাকী মহীয়সী নাৰীৰ দ্বাৰা—অসম সাহিত্য সভাৰ চিৰচেনেহী [illegible]ৰ পতাকা উত্তোলনেৰে।

[illegible]লৰ ভাৰত থকা কালছোৱাত সঘনে আৰু দক্ষিণশৰণীয়াকৈ উঠি [illegible] পাতলীয়াকৈ মোৰ ক্ষুদ্ৰ তপোৱনলৈ আহি নলিনী দেৱীয়ে



অসম সাহিত্য সভাৰ ২৪শ (যোৰহাট) অধিবেশনৰ সভানেত্ৰীৰ আসনত নলিনীবালা দেৱী; কাষত 'নিজৰা'ৰ কবি শৈলধৰ ৰাজখোৱা

২৪ ডিচেম্বৰ ১৯৭৫ তাৰিখে আকাশবাণীৰ ( গুৱাহাটী ) যুৱলি-চ'ৰা অনুষ্ঠানত নলিনীবালা দেৱীৰ অংশ গ্ৰহণ

অসম সাহিত্য সভাৰ ২৩শ অধিৱেশনৰ ( ১৯৫৩-৫৫ চন ) কাৰ্যকৰী সমিতি



বহি ( বাওফালৰ পৰা )—শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস, বিশ্বনাথ ৰাজবংশী, শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত, নলিনীবালা দেৱী ( সভানেত্ৰী ), শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা ( প্ৰধান সম্পাদক ), প্ৰেমধৰ ৰাজখোৱা ( পত্ৰিকা সম্পাদক ), কৰুণাধৰ বৰুৱা ;

থিয় হৈ ( বাওফালৰ পৰা )—চৈয়দ আব্দুল মালিক, শ্ৰীৰজনীকান্ত দেৱশৰ্মা, হেম বৰুৱা, শ্ৰীপৰাগ চলিহা, ড° মহেশ্বৰ নেওগ, শ্ৰীঅশ্বিনীচৰণ চৌধুৰী, শ্ৰীদেবেন দাস, শ্ৰীশিৱপ্ৰসাদ বৰুৱা, শ্ৰীভৱানন্দ ৰাজখোৱা. শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

অসম সাহিত্য সভাই সমুখীন হোৱা সমস্যাবোৰৰ সুৰাহাক লৈছিল আৰু সেই সম্পৰ্কে আমাৰ মাজত দীঘলীয়া আলোচনা-পৰ্যালোচনা হৈছিল।

অসম সাহিত্য সভাৰ ৰাজ্যভাষা, শিক্ষাৰ মাধ্যম আদি ৰক্তাক্ত আন্দোলনবোৰত নলিনীবালা দেৱী আগবাঢ়ি আহি সক্ৰিয় অংশ লৈছিল। এই আন্দোলনবোৰত সংশ্লিষ্ট হৈ তেওঁ সময়ে সময়ে উত্তেজিত হৈ পৰিছিল।

আৱেগময় বক্তৃতাৰে, জ্বলাময়ী প্ৰবন্ধ-কবিতাৰে মৰিবলৈ ভয় নোহোৱা লুইতৰ পাৰৰ ডেকা-গাভৰুক অনুপ্ৰেৰণা দিছিল। তেজৰ সম্পৰ্ক নহ'লেও নলিনীবালা দেৱী এই লেখকৰ জ্যেষ্ঠ ভগ্নীস্থানীয় আছিল। তেওঁ মোক সদায় সৰু ভায়েকৰ দৰে মৰমৰ চকুৰে চাইছিল। সাহিত্য সভা আৰু পাৰিজাত কাননৰ পৰিচালনাৰ কামত তেওঁ মোৰ পৰামৰ্শত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। কবিসুলভ আৰু মাতৃসুলভ নলিনীবালাৰ অন্তৰখনি আছিল আৱেগ-অনুভূতি আৰু মাত্ৰাধিক আশাবাদেৰে পৰিপূৰ্ণ। সেই কাৰণে কোনো কোনো সময়ত তেওঁ সীমা চেৰাই কৰ্মক্ষেত্ৰৰ বাহিৰত জঁপিয়াই পৰিছিল। সমুখৰ খালবামবোৰ চকুত পেলাই দিলেহে তেওঁ শান্ত হৈছিল। অসমীয়া জাতিৰ দুখ-দুৰ্গতি দেখি তেওঁ বহু সময়ত অধৈৰ্য হৈ উঠিছিল। এই বিষয়ত বিহগী কবি ৰঘুনাথ চৌধাৰী, সংৰক্ষিণী কবি অম্বিকাগিৰী ৰায়চৌধুৰী আৰু এই লেখকৰ লগত নলিনীবালা দেৱীৰ জননী-পূজাত কোনো কোনো সময়ত দৃষ্টিভঙ্গীৰ অমিল হ'লেও লক্ষ্য আছিল একেটাই। 'আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰনাৰায়ণ ৰূপ', 'জননী পূজাত লাগে ৰক্তজবা' আৰু 'দুখীয়াৰ ভগা পঁজা একোখনি স্বৰ্গ ভাত' (নলিনী দেৱী) আদি গীত একেজনা দেশমাতৃকাৰ পূজাৰ মন্ত্ৰ।

১৯৬২ চনত চীন-ভাৰতৰ যুদ্ধৰ সময়ত মই এই গৰাকী মহীয়সী মহিলাৰ তেজস্বিনী ৰূপ স্বচক্ষে দেখা পাই বিস্মিত হৈছিলোঁ। সেই সময়ত কেইদিনমান অসমবাসীৰ মানসিক অৱস্থা পানীত হাঁহ নচৰা বিধৰ হৈছিল। ৰনৰ বাঘে নেখালেও মনৰ বাঘে খায়। কোন দিনা চীনা আহি দেশত অঘটন ঘটায় সেই চিন্তাত সকলো অস্থিৰ হৈ পৰিছিল। অজানিত আতঙ্কত কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্য চৰকাৰৰ ধৰফৰাচুটি দেখাইছিল। সামৰিক একাৰিবিলাক ভাটী মুলুকলৈ আগ লৈছিল। অসমৰ চৰকাৰী প্ৰচাৰ-যন্ত্ৰ নিষ্ক্ৰিয় হৈ পৰিছিল। সেই সময়ত ভয়ত তেজপুৰা জনা

গুৱাহাটীৰ নগৰবাসীক সাহস যোগাবলৈ অসম সাহিত্য সভাৰ তিনি গৰাকী প্ৰাক্তন সভাপতি অম্বিকাগিৰী ৰায় চৌধুৰী, নলিনীবালা দেৱী আৰু এই লেখক কেইদিনমান চৰকাৰী প্ৰচাৰ অভিযানত নেতৃত্ব লবলগীয়া হৈছিল। চৰকাৰী প্ৰচাৰবাহনত উঠি, চাৰিআলিৰ মুখে মুখে থিয় হৈ, মাইকৰ মুখত তেওঁলোকে স্বৰচিত গীত কবিতা আবৃত্তি কৰি আতঙ্কিত নগৰবাসীৰ মনত সাহসৰ যোগান ধৰি ফুৰিছিল। তেওঁলোকে এই কাম কৰিছিল ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ সহযোগত স্বতঃপ্ৰণোদিতভাৱে অসম সভাৰ হৈ, সমূহ অসমীয়া শিল্পী-সমাজৰ হৈ। ভাগ্য ভাল আছিল— সাহিত্য চীনা নাহিল। বিগত সেই দিনৰ হৰ্ষ-বিষাদৰ স্মৃতিবোৰ মনত পৰিলে আজিও মোৰ মনটো উত্তেজিত হয়।

সেই সময়ৰে এদিনৰ স্মৃতি এটা এইখিনিতে উল্লেখ কৰিছোঁ। এদিন বাস্তিপুৰাৰ কথা। সেই সময়ত চীনা আক্ৰমণৰ ভয়ত টকা থকা আৰু সামৰ্থ্য থকা সকলে ল'ৰা-তিৰোতা লৈ নিৰাপদ ঠাইলৈ ফৰিং চিটিকা দিছিল। সেইদিনা বাস্তিপুৰা নলিনীবালা দেৱীয়ে মোৰ ঘৰলৈ আহি সুধিলে—"ৰেডিঅ'ত আপোনাৰ দেশপ্ৰেমমূলক গীতবোৰ শুনি বৰ ভাল পাইছোঁ। ময়ো কিছুমান গীত-কবিতা ৰচনা কৰি থৈছো, মানুহৰ মনত সাহস যোগাবলৈ। নগৰত এতিয়া বহুতো মানুহ নাই, থকাবোৰে ভয়ত জীউটো টোপোলাত বান্ধি থৈছে। আপুনি কি সিদ্ধান্ত লৈছে?"

মই উত্তৰ দিলোঁ—"মোৰ নতুন সিদ্ধান্ত নাই। দেশ যদি যায়, আমিও যাম। মৰিলে ইয়াতে মৰিম আৰু থাকিলেও ইয়াতে থাকিম।" নলিনী দেৱীয়ে মোৰ কথাতে হয়ভৰ দি কৈছিল—"ঠিক কথাকে কৈছে। মোৰ খুড়াদেউ গিৰিশ বৰদলৈ অন্ধ। তেখেত ঘৰৰ বাহিৰলৈ ওলাব নোৱাৰে। যাব কলৈ? মই মোৰ জীয়াৰী-বোৱাৰীহঁতক কৈ দিছোঁ— ভয় নকৰিবিহঁক! কামাখ্যাই আমাক ৰক্ষা কৰিব। নিতান্তই যদি চীনাহঁত আহি এই নগৰত সোমায়, তেন্তে তহঁত এজনী এজনীকৈ সোঁ আমাৰ ঘৰৰ সমুখত থকা বোৰপুখুৰীত জঁপিয়াই পৰিবি। সিও ভাল, তাকে ভাগ্যত থকা বুলি ভাবিবি।"

এয়া আছিল আমি তিনি সভাপতি প্ৰচাৰ অভিযানত বাহিৰ ওলোৱাৰ আগৰ এদিনৰ কথা। সঠিক দিনবাৰ আজি মনত নপৰে। কিন্তু সহৰুক

সেই দিনা মই নলিনীবালা দেৱীৰ কথাবোৰত দেশপ্ৰেমৰ জুই-ফিৰিঙতি উফৰি পৰা দেখা পাইছিলো।

অসম সাহিত্য সভাৰ অন্যতম মাই শাখা সদিৰা সভা আৰু শতবাৰ্ষিকী প্ৰমুখ্যে গুৱাহাটীত অনুষ্ঠিত সকলো সাহিত্যানুষ্ঠানত গা ভালে থাকিলে এই গৰাকী মহীয়সী মহিলা কেতিয়াও নহাকৈ নাছিল। দেশজননীৰ-ভাষাজননীৰ প্ৰতিটো আহ্বানতে তেওঁ সক্ৰিয়ভাৱে সঁহাৰি জনাইছিল আবেগময় ভাষণেৰে।

আলচৰ মোখনি মাৰি ঠোৰতে কওঁ যে অসম সাহিত্য সভাৰ নভোমণ্ডলত নবীনচুহিতা তেজস্বিনী নলিনীবালা দেৱী জিলিকি থাকিব অৰুন্ধতী জ্যোতিৰে যাবচ্চন্দ্ৰ দিবাকৰ।

# নলিনী-প্ৰতিভাৰ পটভূমি

শ্ৰীশশী শৰ্মা

ব্যক্তি যিমানেই লাগে প্ৰতিভাশালী নহওক কিয়, সামাজিক প্ৰভাৱৰপৰা কোনো মুক্ত নহয়। ব্যক্তিৰ চৰিত্ৰ আৰু চিন্তা-চৰ্চাৰ ভেটি গঢ়ি তোলাত সমাজ-জীৱনেই সবাতোকৈ বেছি অৰিহণা আগবঢ়ায়। আধ্যাত্মিকতা আৰু দেশপ্ৰেমৰ কবি নলিনীবালা দেৱীও এই ক্ষেত্ৰত ব্যতিক্ৰম নহয়। আমি জানো যে বিশাল ভাৰতীয় পটভূমিৰ উপৰি নলিনীবালা দেৱীয়ে জন্মৰে পৰা ওপজা ঘৰখনৰপৰা এক অনুপম অনুকূলতা লাভ কৰিছিল। তেওঁ নিজে স্বীকাৰ কৰিছে—"মই নিজকে ভাগ্যৱতী বুলি ভাবোঁ, কাৰণ মোৰ শিশুকালৰ এখন অভাৱনীয় সুন্দৰ বহল সংসাৰ আৰু ফুলে-ফলে ভৰা আহল-বহল প্ৰাকৃতিক সৌন্দৰ্যৰে ভৰপূৰ ঘৰৰ আৱেষ্টনীৰ মাজত ফুল-পখী হৈ মোৰ শিশুকাল অতিবাহিত কৰিবলৈ পাইছিলোঁ। বাহিৰৰ সংস্পৰ্শৰপৰা বহু আঁতৰত থকা বাবে কোনো দূষণীয় আদৰ্শ মোৰ চকুত পৰা নাছিল।" (এৰি অহা দিনবোৰ, পৃষ্ঠা—২৮।২৯)। এই একে প্ৰসঙ্গতে তেওঁ আকৌ লেখিছে,—"দেৱতুল্য ককাদেউতা (মাধৱচন্দ্ৰ বৰদলৈ) আৰু দেউতাৰ (কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ) মহান আদৰ্শত, ঋষিতুল্য শিক্ষকৰ আদৰ্শনীয় শিক্ষাৰ আকৰ্ষণীয় পৰিবেশত, জ্ঞানৱতী আইতাৰ আদেশত মহাভাৰত, ৰামায়ণ, কীৰ্তন-ঘোষাৰ লগত হোৱা মোৰ পৰিচয়ে, কীৰ্তি মামাদেউতাৰ (বিশিষ্ট গায়ক, গীতিকাৰ কীৰ্তিনাথ বৰদলৈ) যাদুকৰী কাব্য আৰু সাধুকথাৰ সোণোৱালী ৰাজ্যৰ মোহলগা সোণকাঠিয়ে মোৰ শিশুমনৰ চৌপাশে এখন সোণোৱালী সপোন ৰাজ্য গঢ়ি তুলিছিল।" (এৰি অহা দিনবোৰ, পৃষ্ঠা ২৯)।

এটা অভিজাত পৰিয়ালৰ এক বিশিষ্ট বৈষ্ণৱ পৰিৱেশত ডাঙৰ-দীঘল হোৱা নলিনীবালা শৈশৱৰে পৰা ঈশ্বৰ-ভক্তি আৰু উপাসনাৰ প্ৰতি

আকৃষ্ট হৈছিল। "আমাৰ ঘৰখন বৈষ্ণৱভাবাপন্ন কৃষ্ণ-ভক্তৰ ঘৰ। আইতাৰ শিক্ষাত সৰুৰেপৰা আমাৰ মনত কৃষ্ণ-ভক্তিয়ে ঠাই লৈছিল। শেতেলীত স্তোত্ৰপাঠ, কীৰ্তনৰ ধ্যান-বৰ্ণনা মুখস্থ কৰাই শ্ৰীকৃষ্ণৰ মোহনৰূপ শিশু হিয়াত আঁকি দিছিল আইতাই।" ঠিক তেনেকৈ শৈশৱৰেপৰা তেওঁ কাব্য-সাহিত্যৰ প্ৰতি আকৰ্ষিত হোৱাৰ অনুকূল সুযোগ পাইছিল, আনকি কাব্য বিশেষৰ আদৰণীয় চৰিত্ৰ বিশেষৰদ্বাৰা প্ৰভাৱান্বিতাও হৈছিল। দেউতাক নবীনচন্দ্ৰ বৰদলৈয়ে নলিনীবালা দেৱীৰ বিধৱা পেহীয়েক ধৰ্মদা দেৱীৰ তৃপ্তিৰ কাৰণে বঙালী কবি নবীন সেনৰ 'কুৰুক্ষেত্ৰ', 'ৰৈৱতক', 'প্ৰভাস' আদি কাব্য কিনি আনি দিয়ে। এই কাব্যবোৰ নিতৌ গধূলি সুললিত সুৰত পাঠ কৰি শুনায় সুগায়ক কীৰ্তিনাথ বৰদলৈয়ে। "সদায় গধূলি কাব্য-পাঠ শুনি অজানিতে কোমল মনত কবিতা দেৱী প্ৰৱেশ কৰিলে, মন কাব্যময় হৈ পৰিল।" (এৰি অহা দিনবোৰ পৃষ্ঠা, ৩১)। নলিনীবালা দেৱীয়ে নিজে লেখি গৈছে যে নবীন সেনে 'ৰৈৱতক' কাব্যত চিত্ৰিত কৰা সুভদ্ৰাৰ অনুপম ৰূপত তেওঁ নিজক গঢ়ি তুলিবলৈও পাইছিল অনন্ত প্ৰেৰণা।

এনে মধুৰ পাৰিবাৰিক পৰিৱেশেই নলিনীবালা দেৱীক গান গাবলৈ আৰু ছবি আঁকিবলৈও অনুপ্ৰাণিত কৰিছিল। "গীত আমি গাবলৈ শিকিছিলোঁ স্বৰ্গীয়, সঙ্গীত বিশাৰদ কীৰ্তি বৰদলৈ মামাৰ পৰা। সঙ্গীতজ্ঞ দেউতাই আমাক গান গাবলৈ আৰু হাৰমোনিয়াম বজাবলৈ শিকাইছিল। মই আৰু মোৰ ভনী মৃণালিনীয়ে বৰগীত, ঘোষা, ৰামায়ণ-মহাভাৰত, দুৰ্গাবৰী গীত, বঙালী ব্ৰহ্ম সঙ্গীত আদি গাবলৈ শিকিছিলোঁ। গধূলি পৰত আমি নাম-গীত নাগালে দেউতাই বৰ বেয়া পাইছিল।" (এৰি অহা দিনবোৰ, পৃষ্ঠা ৩২)। অথচ "সেই দিনত ছোৱালীয়ে গান গোৱা কথা কোনেও নাভাবিছিল।" সম্ভৱতঃ সেই দিনত "ছোৱালীৰ নাচ বৰ দূষণীয়-ৰূপে বিবেচিত নোহোৱাহেঁতেন নলিনীবালা দেৱীয়ে নাচিবলৈও শিকিলেহেঁতেন। কাৰণ, তেওঁ নিজক গঢ়ি তুলিব বিচাৰিছিল মহাভাৰতৰ সুভদ্ৰা, উত্তৰা আদি কবি মহিয়সী নাৰীসকলৰ আদৰ্শত। "পুৰাণৰ দিনত ৰাজকন্যাবোৰে নানা বিদ্যা শিকিছিল, গীত, নৃত্য, চিত্ৰ-বিদ্যা শিকিছিল।" (এৰি অহা দিনবোৰ, পৃষ্ঠা ৩২! নৃত্য শিকা তেতিয়াৰ ছোৱালীৰ কাৰণে দূষণীয় আছিল কাৰণে নলিনীবালা দেৱীৰ নৃত্য

শিকা নহ'ল ; কিন্তু চিত্ৰত হাত দিছিল আৰু বহু পৰিমাণে সফলো হৈছিল। চিত্ৰৰ প্ৰতি ধাউতি দেখি "দেউতাই এজন ড্ৰয়িং মাষ্টাৰো মোৰ কাৰণে নিয়োগ কৰিলে। মাষ্টৰে ৰীতিমতে শিক্ষা দিলে। ছাঁয়া-জ্ঞান, ৰেখা-জ্ঞান শিকালে, লাহে লাহে মোৰ নিজৰ চেষ্টাতে ছবি অঁকাত হাত বহিল। কেবাখনো ভাল ছবি আঁকিলোঁ।" ভাৰতমাতা, শ্ৰীকৃষ্ণ-ৰাধাৰ ঝুলন, সৰস্বতী, প্ৰভাতী-উষা, উষা-চিত্ৰলেখা প্ৰভৃতি ছবি নলিনীবালা দেৱীয়ে আঁকি নানাজনৰ প্ৰশংসাৰ পাত্ৰী হ'ব পাৰিলে। আনকি তিনিকুৰি বছৰ বয়সত 'বিশ্বদীপা'ৰ কাৰণে কেবাখনো ছবি আঁকি দি তেওঁ নিজেই সফলতাৰ কাৰণে আচৰিত হৈছিল।

নলিনীবালা দেৱীয়ে ৰচনা কৰা 'স্মৃতি-তীৰ্থ' আৰু 'এৰি অহা দিনবোৰ' পঢ়িলে সহজে অনুমান কৰিব পাৰি যে তেওঁৰ কাব্যিক আৰু আধ্যাত্মিক জীৱনৰ গুঁৰিতে আছিল তেওঁৰ বৰেণ্য পিতৃ নবীনচন্দ্ৰ বৰদলৈ। তেওঁ লেখিছে,—"দেউতাই লিখা কবিতা পুথিখন মই সদায় পঢ়োঁ। ভাবোঁ, দেউতাৰ দৰে মই কেতিয়া কবিতা লিখিব পাৰিম? এদিন দেউতাই এফাকি গীত গাই গাই ভিতৰলৈ সোমাই আহিছে। গীতফাকি আছিল ৰবীন্দ্ৰনাথ ঠাকুৰৰ :

নিবিয়া বাচিল উষাৰ প্ৰদীপ
উষাৰ বাতাস লাগি।

মাত্ৰ এই দুটা লাইন বাৰে বাৰে গাই সোমাই আহিছে। গানটোৰ আগৰ ভোথৰ মই শুনা নাই ; পিছৰো শুনা নাই। এই দুটা লাইনৰ অৰ্থভেদ কৰিবলৈ মই মনতে আলোচনা কৰিবলৈ ধৰিলোঁ। নিবিয়া বাচিল, মানে নুমাই ৰক্ষা পৰিল উষাকালৰ বতাহ লাগি নিশা জ্বলি থকা চাকিগছি। কি সুন্দৰ ব্যাখ্যা এটি সামান্য কথাৰ! এই সামান্য কথাফাকিয়ে মোৰ মনত যেন সোণৰ কাঠিৰ পৰশ বুলালে" (এৰি অহা দিনবোৰ, পৃষ্ঠা ৭১)। এনে মানসিক পৰিবেশৰ মাজতেই নলিনীবালা দেৱীয়ে তেওঁৰ পোন প্ৰথম কবিতা 'পিতা' ৰচনা কৰে, আধ্যাত্মিকভাৱ ভেটিত জগতৰ পৰম পিতা পৰমেশ্বৰৰ স্তুতি-বন্দনাৰে।

ধাৰণা হয় জানিবা পৰিবেশ আৰু পৰিস্থিতিয়েই নলিনীবালা দেৱীক তীব্ৰ অনুভূতিপ্ৰৱণা কৰিও তুলিছিল। সেয়ে একো একোটা শব্দ বা একো একোষাৰ কথায়ো তেওঁৰ জীৱনৰ ওপৰত গভীৰ ছাপ পেলাইছিল।

তেওঁৰ ধৰ্মীয় আধ্যাত্মিক জীৱনৰ মূলতে আছে এনে তীব্ৰ অনুভূতি প্ৰৱণতা। নিচেই শৈশৱৰেপৰা অতিপাত মৰম-চেনেহপূৰ্ণ অনুশাসনৰ মাজেদি ডাঙৰ-দীঘল নোহোৱাহলে সম্ভৱতঃ এনে নহ'লহেঁতেন। বৈধব্য-জীৱনৰ পাতনি মেলাৰ লগে লগে পিতৃ নবীনচন্দ্ৰ বৰদলৈৰ এষাৰ কথাই কিদৰে নলিনীবালা দেৱীৰ জীৱনত ধৰ্মীয় আধ্যাত্মিকতাই গভীৰ ছাপ পেলালে তাক তেওঁ নিজে স্বীকাৰ কৰি গৈছে। "মই ঊনৈশ বছৰ বয়সত বৈধব্যৰ শুভ্ৰ বেশ লৈ দেউতাৰ ঘৰভৰা পৰিয়ালৰ মাজত থিয় হলোঁহি, ঘৰত হাহাঁকাৰৰ ৰোল উঠিল। মোৰ বুঢ়ী আইতাই ক'লে—"বাছা, তই এই সাজ পিন্ধি মোৰ আগত নোলাবি, পাটৰ বিহা মেখেলাকে পিন্ধি থাকিবি।" "মোৰ দেউতাই ক'লে, কিয় নিপিন্ধিব আই, সৰুৰেপৰা মোৰ বাছাক মই নানা ৰঙৰ সাজেৰে সজাই চাই ভাল পাইছিলোঁ, এতিয়াৰেপৰা মোৰ বাছাৰ বগা সাজ পিন্ধা 'সৰ্বশুক্লা মহাশ্বেতা' ৰূপ চাবলৈ পালে মোৰ পিতৃজীৱন ধন্য হ'ব।" (এৰি অহা দিনবোৰ, পৃষ্ঠা ৬০-৬১)।

নলিনীবালা দেৱী তীব্ৰ অনুভূতি প্ৰৱণ নোহোৱাহেঁতেন এই 'মহাশ্বেতা' শব্দই তেওঁৰ জীৱনত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলেহেঁতেন। তীব্ৰ অনুভূতি-প্ৰৱণ আৰু স্পৰ্শকাতৰ হোৱা গুণেহে "সেই অমৃত মুহূৰ্তত পিতৃৰ আবেগময় কণ্ঠত উচ্চাৰিত হোৱা এই মহান বাণীশাৰীত কি শক্তি আছিল নাজানো, সেই মুহূৰ্তৰেপৰা সন্মুখত পৰি থকা মোৰ দীঘলীয়া জীৱন-বাটত আঁকি দিলে এখনি মহাপথৰ চিত্ৰ। নিঃসঙ্গ অকলশৰীয়া জীৱন-বাটৰ বাট পোহৰাই তুলিলে এছাটি পবিত্ৰ পোহৰ ৰশ্মিয়ে। হিয়াৰ মাজত এই মহামন্ত্ৰ ধ্বনি গুঞ্জৰিত হ'বলৈ ধৰিলে,—'মই মহাশ্বেতা, মই মহাশ্বেতা, পৃথিৱীৰ কোনো কালিমাই মোক স্পৰ্শ কৰিব নোৱাৰে ; সন্মুখত বিস্তীৰ্ণ কৰ্মপথ, কৰ্তব্যপথ অকলশৰে অতিক্ৰম কৰিব লাগিব, পিতৃদত্ত মহামন্ত্ৰৰ সন্মান ৰাখিব লাগিব।" (এৰি অহা দিনবোৰ, পৃষ্ঠা ৬১)।

'এৰি অহা দিনবোৰ'ত নলিনীবালা দেৱীয়ে নিজে কৈ গৈছে যে ধৰ্মীয় আধ্যাত্মিক জীৱন গঢ়ি তোলাৰ অৰ্থেই পিতৃ নবীনচন্দ্ৰ বৰদলৈয়ে তেওঁৰ হাতত তুলি দিছিল 'শ্ৰীমদ্ভগবদ্গীতা' আৰু স্বামী পূৰ্ণানন্দ গিৰিয়ে ৰচনা কৰা 'বেদবাণী' বোলা গ্ৰন্থৰ তিনিও খণ্ড। ইয়ে নলিনীবালা দেৱীৰ আধ্যাত্মিক

জীৱনৰ ভেঁটি গঢ়াত সহায় কৰিছিল। ‘বেদবাণী’ৰ পৰা তেওঁ শিকিছিল,— "দুখ মানুহৰ পৰম বন্ধু। দুখে মানুহক অহংকাৰ-মুক্ত কৰি ভগৱানৰ চৰণত আত্ম সমৰ্পণ কৰিবলৈ শিকায়। দুখৰ সংঘাতে মানুহৰ আত্মা শুদ্ধ কৰে; বিনয়ী, সহিষ্ণু আৰু ধৈৰ্য্যশীল কৰি তোলে। দুখ মানুহ-জীৱনৰ সত্য পথ প্ৰদৰ্শক।" (এৰি অহা দিনবোৰ, পৃষ্ঠা ৬২)।

এনেদৰেই ধৰ্মীয় আধ্যাত্মিক তৃষ্ণাই নলিনীবালা দেৱীক বিয়াকুল কৰি তুলিছিল। "এই সময়ছোৱাত কোনো জাগতিক কামনাই অন্তৰ পৰশ কৰিব পৰা নাছিল। দুখে আবৰা, তথাপি জীৱনৰ পৰম বাঞ্ছনীয় এই মাহেন্দ্ৰ মুহূৰ্তবোৰত জীৱনৰ অনুভূতিবোৰে ছন্দৰূপ লয় ‘সন্ধিয়াৰ সুৰ’ ৰূপে।" (এৰি অহা দিনবোৰ, পৃষ্ঠা ৬২)।

এই ক্ষেত্ৰতো তেওঁ ৰবীন্দ্ৰনাথৰ প্ৰভাৱৰ কথাও ‘এৰি অহা দিনবোৰ’ত স্বীকাৰ কৰিছে। "কবিগুৰু ৰবীন্দ্ৰনাথৰ ‘গীতাঞ্জলি’ৰ গীত কেইটিমান জীৱনৰ ধ্যানমন্ত্ৰ স্বৰূপ হ’ল। গধূলি সময়ত হিয়া উজাৰি গীত গাই গাই সান্ত্বনা পাওঁ, "দুখ দিছ যদি তাহে নহে ক্ষতি, সহিবাৰে দেহ শকতি।" অপমান দুখত প্ৰাণৰ অভিমান বেদনা উজাৰি গাওঁ, "আমাৰ মাথা নত কৰে দাওহে তোমাৰ চৰণ ধূলাৰ তলে, সকল অহংকাৰ হে আমাৰ ডুবাও চোখেৰ জলে।" এনে নিৰহংকাৰ আধ্যাত্মিকতাৰ প্ৰভাৱতে কবি নলিনীবালাই ৰচনা কৰিছে,—

"নীৰৱ নিমাত কণ্ঠেৰে মোৰ গাই যাম যত গান,
নেমাগোঁ তৃপ্তি বিভৱ বিভূতি গৌৰৱ প্ৰতিদান,
গাই যাম যত গান।"

—(অলকানন্দা)

পঢ়ুৱৈ মানেই অনুভৱ কৰে যে নলিনীবালাৰ মাজেদি ৰবীন্দ্ৰনাথকেই পোৱা যায়। নলিনীবালা দেৱীৰ কবিতাৰ ছন্দ, ভাব, ভাষা প্ৰকৃততে ৰবীন্দ্ৰনাথৰ সদৃশ। আনকি ‘জনমভূমি’ বোলা উৎকৃষ্ট দেশপ্ৰেমৰ কবিতাটিৰ মাজেদিও ৰবীন্দ্ৰনাথৰ আদৰ্শ মূৰ্ত হৈ উঠা যেন হে লাগে। নলিনীবালা দেৱীৰ—

"মৰিও পুনৰ আহি
দুখীয়া দেশতে মোৰ
লওঁ যেন পুনৰ জনম"। —(জনমভূমি)

জানিব। ৰবীন্দ্ৰনাথৰ—"I shall be born in India again and again. With all her poverty, misery and wretchedness, I love India best........"ৰ প্ৰতিধ্বনি হে। অৱশ্যে 'জনমভূমি' কবিতাৰ মাজেদি পৰাধীন দেশৰ আত্ম-বিস্মৃত ভাৰতীয় অসমীয়াসকলৰ মাজত আত্ম-চেতনা জগাই তোলাৰ ক্ষেত্ৰত যে অনুপম ৰোমাণ্টিক আবেদন যোগাব পাৰিছিল ই নিশ্চিত। প্ৰসঙ্গক্ৰমে উল্লেখ কৰা উচিত হ'ব যে নলিনীবালাৰ ৰচনাত ক'তো সংকীৰ্ণ জাতীয়তাবাদৰ চিন নাই; তেওঁৰ ৰচনাত নিৰাশা বা হতাশাৰ গোন্ধো নাই। (উদাৰ আছিল বুলিয়েই তেওঁ অসম সাহিত্য সভাৰ সভানেত্ৰীৰ ভাষণত ১৯৫৪ চনতেই অসমবাসী বাইজক জনজাতীয় ভাষা শিক্ষাৰ প্ৰতি আহ্বান জনাব পাৰিছিল)। মধ্যযুগীয়া বৈষ্ণৱ কবি-সকলে মানুহক সংসাৰৰ প্ৰতি বিৰূপ কৰি তুলিবলৈ কৰা চেষ্টাৰ ধ্বনি-প্ৰতিধ্বনি নলিনীকাব্যত ক'তো নাই। আনকি তেওঁৰ সমকালীন ৰঘুনাথ চৌধাৰী, যতীন্দ্ৰনাথ দুৱৰা আদিৰ দৰে নিৰাশবাদী কবিসকলৰ প্ৰভাৱৰ পৰাও তেওঁ মুক্ত। তেওঁ

"আজিৰ নোহোৱা তুমি সুন্দৰী পৃথিৱী,
জনমৰ যুগমীয়া তুমি।" —(পৰমতৃষ্ণা)

বুলি জাগতিক সৌন্দৰ্যৰ শাশ্বত ৰূপটো স্বীকাৰহে কৰিছে।

প্ৰকৃততে নলিনীবালা দেৱীৰ কাব্য এক বিৰাট সমন্বয়ৰ সৃষ্টি। তেওঁৰ কাব্যিক প্ৰতিভাৰ বিকাশত যেনেকৈ পাৰিপাৰ্শ্বিকতাৰ অনুপম প্ৰভাৱ পৰিলক্ষিত হয়, তেওঁৰ কাব্যৰ সুৰ, লয়, ছন্দ, ভাৱৰ ক্ষেত্ৰতো প্ৰাচীন, মধ্য আৰু আধুনিক যুগৰ বিশিষ্ট কবিসকলৰ সমন্বয় অনুভৱ কৰা যায়। তেওঁ গীতি-কবি, তেওঁ ভালেমান গীতো ৰচনা কৰিছে। গীতি-ধৰ্মিতা ভাৰতীয় সাহিত্যৰ প্ৰাচীনতম ৰূপ। আদি কাব্য 'ৰামায়ণ' বীণৰ সুৰতহে গোৱা হৈছিল। গীতি-কবি আৰু গীতিকাৰ হিচাবে ৰবীন্দ্ৰনাথৰ মাজেদি যেনেকৈ প্ৰাচীন, মধ্য আৰু আধুনিক যুগৰ অপূৰ্ব সমন্বয় অনুভৱ কৰা যায়, নলিনীবালাৰ ৰচনাতো ঠিক একেটা ৰূপেতেই অনুভৱ কৰা যায়। ৰবীন্দ্ৰনাথ বা নলিনীবালা দেৱীৰ ৰচনাৰ গীতি-ধৰ্মিতাক পাশ্চাত্যৰ প্ৰভাৱ বুলি কোৱাৰ কিন্তু যুক্তি ক্ষীণ। আনকি নলিনীবালা দেৱীৰ কাব্যৰ ৰোমাণ্টিক বিস্ময়-বিমুগ্ধতাও প্ৰকৃততে ভাৰতীয়হে। ঋক্‌বেদৰ দিনৰপৰা ভাৰতীয় সাহিত্যৰ পৰম্পৰা বিচাৰ কৰিলে এই সত্য সহজে অনুভৱ কৰা

যায়। নলিনীবালাই ৰচনা কৰা প্ৰশস্তিমূলক কবিতাসমূহ পঢ়িলেও সহজে অনুভৱ কৰিব পাৰি যে ব্যাস বাল্মীকিৰ পৰা শংকৰ-মাধৱ-ৰবীন্দ্ৰ, মহাত্মা-জৱাহৰলাললৈ যিসকলৰ সৃষ্টি আৰু চৰিত্ৰমহত্ত্বৰ দ্বাৰা তেওঁ অনুপ্ৰাণিতা হৈছিল, সেইসকললৈ বুলিহে শ্ৰদ্ধা-বিগলিত প্ৰণতি নিবেদন কৰিছে। পৰম্পৰাগত ভাৰতীয় আদৰ্শৰ সেৱিকা স্বৰূপেই তেওঁ ইংৰাজ শাসনৰ প্ৰশংসা কৰিবলৈও কুণ্ঠাবোধ কৰা নাই। "বৃটিছ শাসনকালত ভাৰতবৰ্ষক পৰাধীন কৰি ৰখাত ভাৰতীয় মানুহে যদিও দাসত্বৰ ঘিণলগা অৱস্থা বহন কৰিবলগা হৈছিল তথাপি এটা কথা মন কৰিবলগীয়া, বৃটিছৰ কঠোৰ শাস্তিৰ ভয়ত আজিৰ স্বাধীন দেশৰদৰে মানুহৰ চৰিত্ৰৰ চূড়ান্ত অৱনতি ঘটা নাছিল। জাল-জুৱাচুৰি, ঠগ-প্ৰৱঞ্চনা, চোৰাং কাৰবাৰৰ নাম মানুহে শুনা নাছিল। বৃটিছ বিষয়াৰ চোকা চকুত ধূলি দিবপৰা লোক নাছিল। দয়াৱতী ভিক্টোৰীয়াৰ তিৰোধান তিথি মনত পৰে। ভিক্টোৰিয়াক মানুহে শ্ৰদ্ধা কৰিছিল।" (এৰি অহা দিনবোৰ, পৃষ্ঠা ৪২)। কাৰণ প্ৰাচীন ভাৰতীয় দৃষ্টিত ৰজা ঈশ্বৰৰ প্ৰতিনিধি। এনে বিশ্বাসৰ তেওঁ সমৰ্থক আছিল বুলিয়েই দিল্লীলৈ গৈ ৰাষ্ট্ৰপতি ভৱনৰ লাহ-বিলাস আৰু অভিজাত পৰিৱেশ আৰু পৰিস্থিতিৰ বৰ্ণনাও বিস্ময়-বিমুগ্ধ চিত্তেৰে দিব পাৰিছে (এৰি অহা দিনবোৰ, পৃষ্ঠা ৩১৭-৩২১ দ্ৰষ্টব্য)। এদিন কবিগুৰু ৰবীন্দ্ৰনাথেও বৃটিছ ভাৰতৰ সম্ৰাটক "ভাৰত ভাগ্য বিধাতা......" বুলি প্ৰশস্তি জনোৱা নাছিল জানো?

# কাব্যভাৰতী নলিনীবালা দেৱীৰ কবিতাৰ উৎস

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

সকলো আবেগময় মনোধৰ্মী ৰচনাৰ সৃষ্টিৰ অন্তৰালত বিশেষ একোটা কাৰণ থাকে, তাকেই উৎস বা উহ বোলা হয়। ইংৰাজ কবি মেথিউ আৰ্নল্ডে কৈছিল যে কবিসকলৰ কাব্য-ৰচনাৰ কাৰণে কেতিয়াবা ভগৱৎ-প্ৰদত্ত বিশেষ মুহূৰ্ত (heaven-sent moment) একোটা আহে আৰু তেতিয়াহে তেওঁৰ কাৰণে কাব্য-সৃষ্টি সম্ভৱ হয়। কাব্যভাৰতী নলিনীবালা দেৱীৰ ক্ষেত্ৰত সেইটো আখৰে আখৰে সত্য। ৰহস্যবাদী কবি হিচাপে নলিনীবালা দেৱীৰ স্থান অসমীয়া সাহিত্যত একক। আৱাহন যুগত অইন অসমীয়া কবিসকলে যেতিয়া প্ৰেম-বিৰহৰ ৰমন্যাসী বাগিত গল্প-কবিতা লেখি সাহিত্যত বান-বাৰিষাৰ ঢল আনিছিল, তেতিয়া নলিনীবালাৰ 'অনাহূত', 'পৰমতৃষ্ণা' আদি শিতানৰ কবিতাই সেই একে 'আৱাহন' আলোচনীতে প্ৰকাশ হৈ পাঠকক সচকিত কৰি তুলিছিল। এইগৰাকী কবিৰ বীণত এনে অইনৰ লগত নিমিলা 'বেসুৰীয়া' মধুৰ সুৰ বাজিবলৈ পালে কেনেকৈ, আৰু কেতিয়া কিয় বাজিল তাৰ ওৰ বিচৰাটোও ৰহস্যজনক অধ্যয়ন। সুখৰ কথা, কবয়িত্ৰীয়ে নিজে তাৰ সন্ধান অ'ত-ত'ত একাধিক স্থানত দি গৈছে। ইয়াত তাকে অলপ আলচ কৰিব খুজিছোঁ।

নলিনীবালা দেৱীৰ জীৱনত একাধিক প্ৰলয়-ধুমুহাৰ সৃষ্টি হৈছিল, আৰু সেই ধুমুহাবোৰে তেওঁৰ যৌৱনৰ মধুৰ বসন্তকালতে এটা এটাকৈ উত্তৰ হৈ তেওঁৰ জীৱন তেনেই অসাৰ আৰু মৰুময় কৰি তুলিছিল। ধুমুহাৰ পূৰ্বে আৰু ধুমুহাৰ পাছত সাগৰে প্ৰশান্ত মূৰ্তি ধাৰণ কৰে। এইগৰাকী কবয়িত্ৰীৰ কাব্য-জীৱনতো সেই একে ঘটনাই ঘটিছিল। প্ৰবল সংঘাতৰ কোবত জীৱনৰ মাজভাগত তেওঁৰ জীৱন-তৰী বুৰ যাওঁ বুৰ যাওঁ লগাইছিল। তেওঁৰ কাব্য-সৃষ্টিটোত সাগৰত ঘটা এই তিনিওটা পৰিস্থিতিৰ প্ৰতিফলন স্পষ্টকৈ লক্ষ্য কৰা যায়ঃ সাম্য, সংঘাত, সাম্য।

নলিনীবালা দেৱী স্বনামধন্য কর্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ কন্যা। মন কৰিব লগীয়া কথা এই যে আৱশ্যকীয় সুযোগ-সুবিধাৰ অভাৱতেই হওক বা যি কাৰণেই নহওক সেইদিনত নলিনীবালা দেৱীক পঢ়াশলীয়া শিক্ষা দিয়া হোৱা নাছিল। তেওঁ কিন্তু সৎশিক্ষা লাভৰ সা-সুবিধা পূৰ্ণমাত্ৰাই ঘৰতে পাইছিল। তেওঁ নিজে কৈছে—'গুৱাহাটীৰ বছা বছা শিক্ষকৰ ওচৰত আমি দুই বাই-ভনীৰ[1] শিক্ষা আৰম্ভ হ'ল—দেউতাই বাছি দিয়া নতুন পদ্ধতিৰে। প্ৰথমতে কাৰ্জনৰ লাইব্ৰেৰীয়ান, সুসাহিত্যিক সংস্কৃতজ্ঞ গোপালকৃষ্ণ দে দেৱৰ ওচৰত আমাৰ শিক্ষা আৰম্ভ হয়।' তেওঁ পঢ়ালে সংস্কৃত আৰু কাব্য-শাস্ত্ৰ। কলেজিয়েট স্কুলৰ প্ৰধান শিক্ষক[2] নিশিকান্ত সেন, কলেজিয়েট স্কুলৰ হেড্‌মাষ্টৰ যজ্ঞেশ্বৰ বৰুৱা, এই দুগৰাকী শিক্ষকে তেওঁলোকক ইংৰাজী, অঙ্ক, ভূগোল আদিৰ জ্ঞান দিলে। এই শিক্ষা-পদ্ধতিত নলিনীবালা দেৱীয়ে ৮।৯ বছৰ বয়সতে সংস্কৃত শিকি চাণক্য শ্লোকখন হেনো উধৰপৰা মূধলৈ মুখস্থ কৰি পেলাইছিল। ইপিনে আইতাকৰ ভলত থাকি পুৰা-গধূলি গোঁসাইঘৰত বৰগীত আৰু ব্ৰহ্মসংগীত গোৱা, পুৱাৰ স্তোত্ৰপাঠ আওৰোৱা, গোঁসাইসেৱা কৰা আদি কামবোৰো ৰীতিমতে কৰিছিল। তাৰ উপৰি আকৌ কুৰুৱাৰ মামাদেউতাক সঙ্গীতাচাৰ্য কীৰ্তিনাথ বৰদলৈয়ে তেওঁলোকক সঙ্গীত শিকোৱাৰ উপৰিও সাধুকথা কৈ আৰু কবি নবীন সেনৰ 'কুৰুক্ষেত্ৰ', 'ৰৈৱতক' আৰু 'প্ৰভাস' নামৰ সুমধুৰ বঙলা কাব্য গধূলি গধূলি আবৃত্তি কৰি শুনাই তেওঁলোকৰ শিক্ষা পূৰ্ণাঙ্গ কৰি তুলিছিল। এনে পৰিবেশত শিক্ষা লাভ কৰা মন কেনে হ'ব নকলেও বুজিব পাৰি। তেখেতে নিজেই কৈছে—'সদায় গধূলি কাব্যপাঠ শুনি অজানিতে অজানিতে মোৰ কোমল মনত কবিতাদেৱী প্ৰৱেশ কৰিলে, মন কাব্যময় হৈ উঠিল।' সেই একে সময়তে তেওঁ ওস্তাদেউ গোপালকৃষ্ণ দেৱ ভলত কালিদাসৰ শকুন্তলা নাটক পঢ়িছিল। তাৰ ফলত তেওঁ কেতিয়াবা মনতে নিজক 'ৰৈৱতক'ৰ সুভদ্ৰা আৰু কেতিয়াবা ঋষিকন্যা' শকুন্তলা জ্ঞান কৰি তৃপ্তি লভিছিল। তেওঁ কোৱামতে এনেকৈয়ে পোনতে সংস্কৃত আৰু বঙলা কাব্যৰ প্ৰভাৱত তেওঁৰ "অজানিতে হিয়াৰ মাজত কবিতা-কুসুমে পাহি মেলিলে।

১. তেওঁ আৰু তেওঁৰ ভনীয়েক মিনিৰ।

২. প্ৰাক্তন হেড্‌মাষ্টৰ অন্নদাম বৰুৱাদেৱে কোৱা মতে তেতিয়া প্ৰধান শিক্ষকৰ কাম এচিষ্টেণ্ট হেড্‌মাষ্টৰৰ কামৰ দৰে আছিল; নৰ্মাল স্কুল, বঙলা স্কুল (ছাত্ৰবৃত্তি স্কুল) আৰু হাইস্কুলৰ শ্ৰেণীৰ শিক্ষাৰ ওপৰত চকু ৰখা তেওঁৰ প্ৰধান কৰ্তব্য আছিল।

লাহে লাহে কাব্যৰ প্ৰভাৱত মোৰ মনত কাব্যৰ সঞ্চাৰ হবলৈ ধৰিলে।
কোনো কথা গভীৰভাৱে মনত লোমালে সেই বিষয়টোৱে ছন্দ ৰূপেৰে মনৰ
মাজত গুঞ্জন তোলে। যোৱো লেৱে হ'ল। কবিতা লিখাৰ কাৰণে মই
চিন্তা কৰিবলৈ ধৰিলোঁ।"

এনে সময়তে এদিন দেউতাক বৰদলৈ দেৱে ৰবীন্দ্ৰ ঠাকুৰৰ :

—নিবিয়া বাচিল উষাৰ প্ৰদীপ
উষাৰ বাতাস লাগি—

এই সুশাৰী গীত গুণগুণাই গাই গাই ঘৰত প্ৰৱেশ কৰক। তাকে শুনি
তাৰ অৰ্থ হৃদয়ঙ্গম কৰি গীত সুশাৰীৰ ছন্দ-মাধুৰ্যৰ আকৰ্ষণত নলিনীদেৱীৰ
মন ভেনেই মুগ্ধ হ'ল। 'নিবিয়া বাচিল মানে—নুমাই ৰক্ষা পৰিল; উষা
কালৰ বতাহ লাগি জ্বলিথকা চাকিগছি নুমাই ৰক্ষা পৰিল। কি সুন্দৰ অৰ্থ
সামান্য কথাৰ।' এই সামান্য কথাফাকিয়ে তেওঁৰ মনত যেন 'সোণৰ কাঠিৰ
পৰশ বুলালে'। আনকি ওস্তাদেৱে পঢ়োৱা বিবিধ সংস্কৃত, বঙলা কাব্যইও
হেনো তেওঁৰ মনত তেনে পৰশ জগাই তুলিব পৰা নাছিল। তেতিয়া তেওঁৰ
বয়স এঘাৰ বছৰমান হ'ব। এনে পৰিবেশতে এদিন তেওঁ এটা কবিতা লিখি
পেলালে। কবিতাটোৰ নাম দিয়া হৈছিল—'পিতা'। কুলৰ উপাস্য দেৱতা
পৰম পিতা শ্ৰীকৃষ্ণ ভগৱানকে উদ্দেশ্য কৰি এই কবিতা লিখা হৈছিল।
নৈ-নিজৰা, ফুল-বন, গ্ৰহ-নক্ষত্ৰাদিৰ শোভাৰাশি যিজনে সৃষ্টি কৰিলে
তেৱেঁই আমাৰ পিতা—এয়ে তাৰ তাৎপৰ্য। তেওঁৰ দ্বিতীয় কবিতা আছিল
'সখীলৈ উপহাৰ' বুলি প্ৰিয় বান্ধবী এগৰাকীৰ বিয়াৰ উদ্দেশ্যে লিখা
শুভেচ্ছা-বাণী। তৃতীয় কবিতা—'সন্ধ্যা'। বিয়াৰ আগতে যিবোৰ কবিতা
তেওঁ লিখিছিল সেইবোৰ বৈচিত্ৰ্যবিহীন, দহজনে লিখাৰ দৰে সাধাৰণ
ভাবৰ কবিতা, ছন্দ আৰু শব্দৰ প্ৰতি থকা মোহেই আছিল সেই কবিতা-
বোৰৰ মূল বস্তু। ঘৰখনৰ গাম্ভীৰ্যপূৰ্ণ পবিত্ৰ পৰিবেশ, বঙলা আৰু সংস্কৃত
কাব্যৰ আকৰ্ষণ, পিতৃ আৰু মামাদেউতাকৰপৰা পোৱা সঙ্গীত আৰু
কবিতাৰ শিক্ষা—এয়ে আছিল প্ৰাক্ বৈবাহিক জীৱনত নলিনীবালা দেৱীৰ
কবিতাৰ মূল উৎস। নবীন সেনৰ 'প্ৰভাস', 'বৈৱতক' আৰু 'কুৰুক্ষেত্ৰ'
কাব্যৰ আবৃত্তিয়ে, ৰবি ঠাকুৰৰ গীতৰ সুমধুৰ সুৰে আৰু বাংলা শিশু
আলোচনী 'বালক আৰু প্ৰকৃতি'ৰ অধ্যয়নে তেওঁৰ সৰু কালৰ কোমল

মনত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল আৰু কাব্য ৰচনাৰ সময়ত ছন্দ আৰু ভাৱ প্ৰকাশৰ কৌশল নিৰ্মাণত প্ৰভূত পৰিমাণে সহায় কৰিছিল।

বিবাহিত জীৱনত তেওঁ কাব্য-ৰচনাৰ কামে মনোযোগ দিব পৰা নাছিল। উপেন্দ্ৰ, পবিত্ৰ, পুতলী—এই তিনিটি পুত্ৰ আৰু উষাৰাণী আৰু অৰুণা—এই দুজনী জীয়াৰীৰ মাতৃ হৈ বৈবাহিক জীৱনৰ আঠোটি বছৰ পূৰ কৰিবলৈ নৌপাওঁতেই ১৯১৭ চনৰ দুৰ্গাপূজাৰ সময়ত তেওঁ হঠাৎ এদিন অকাল বৈধব্য বৰণ কৰিব লগীয়াত পৰে। (তেওঁৰ স্বামী জীৱেশ্বৰ চাংকাকতি ভেদ বমি হৈ চব্বিশ ঘণ্টাৰ ভিতৰতে পৰলোক প্ৰাপ্ত হয়।) দেউতাকে সন্তান কেইটিসহ তেওঁক নিজৰ আশ্ৰয়লৈ চপাই আনিলে। শোক আৰু বিৰহে তেওঁৰ অন্তৰ ভাঙি চুৰমাৰ কৰিলে। চকুৱে ধুৱঁলি-কুৱঁলী দেখি তেওঁ দেউতাকক সুধিছিল—'দেউতা, মোৰ কি হ'ল? কি হব?' দেউতাকে উত্তৰ দিছিল—'বাছা, মই আছোঁ নহয়, তোমাৰ একো চিন্তা নাই। উঠা বাছা, কৰ্তব্য কৰা। মানৱ জীৱনত সুখ-দুখ অনিবাৰ্য। সকলো সহিব পৰাটোহে মানৱ জীৱনৰ সাৰ্থকতা।' শুক্লবস্ত্ৰ পৰিহিতা হৈ তেওঁ দেউতাকে কোৱাৰ দৰে তেতিয়া হৈ পৰিছিল 'সৰ্ব্বশুক্লা মহাশ্বেতা'। সেইদিনায়ে ৰবদলৈ দেৰে এখন 'শ্ৰীমদ্ভগৱত গীতা' তেওঁৰ হাতত দি আশীৰ্বাদ কৰিছিল—'এই গীতায়ে তোক বাট দেখুৱাওক—আই।' শান্তিপথৰ সন্ধান বিচাৰি তেতিয়া নলিনী দেৱীয়ে অহৰহ গীতা পঢ়িবলৈ আৰু স্তুতি-গীত গাই সময় নিয়াবলৈ ধৰিলে।

হিমালয় স্বৰ্গাশ্ৰমৰ স্বামী পূৰ্ণানন্দ গিৰিৰ 'বেদবাণী' নামৰ তিনিখণ্ড আপুৰুগীয়া গ্ৰন্থ ঘৰতে আছিল। নলিনীবালা দেৱীয়ে তিনিও খণ্ড পঢ়িলে। বাল্যকালৰ শিক্ষাগুৰু গোপালকৃষ্ণ দে গ্ৰন্থাগাৰিকে দিয়া উপনিষদাদি অলেখ ধৰ্ম-গ্ৰন্থও পঢ়িলে। তেওঁৰ প্ৰত্যয় হ'ল—দুখৰ অগ্নিয়ে মনৰ দম্ভ, অহঙ্কাৰ, মলিনতা, সংকীৰ্ণতা পুৰি ছাই কৰিলেহে মানুহৰ মনত প্ৰকৃত জ্ঞানৰ উন্মেষ হয়। দুখ মানুহৰ পৰম বন্ধু। দুখে মানুহক অহঙ্কাৰমুক্ত কৰি ভগৱানৰ চৰণত আত্মসমৰ্পণ কৰিবলৈ শিকায়; বিনয়ী, সহিষ্ণু আৰু ধৈৰ্যশীল কৰি তোলে। তেওঁ তেতিয়া পৰম কৰুণাময়, বাঙ্মনৰ অগোচৰ পৰমেশ্বৰত আত্মসমৰ্পণ কৰিলে। গীতা-গ্ৰন্থলি'ৰ গীত কেইটিমান তেওঁৰ জীৱনত ধ্যানমন্ত্ৰ স্বৰূপ হ'ল। গধূলি বেলিকা গোঁসাই ঘৰত নিৰলে বহি দিয়া উজাৰি গায়—'দুখ দিছ যদি তাহে

নাই ক্ষতি, সহিবাৰে দেহ শকতি'। তেওঁ গায়—'আমাৰ মাথা নত কৰি দাওহে তোমাৰ চৰণ ধূলাৰ তলে, সকল অহঙ্কাৰ হে আমাৰ ডুবাও চোখেৰ জলে' ইত্যাদি। শেষত তেওঁ গায়—মহাভাৰতৰ বিখ্যাত কুন্তী-স্তোত্ৰ। কুন্তীয়ে কৈছিল শ্ৰীকৃষ্ণক—'হে মহাযোগী কৃষ্ণ, তুমি মোক এই বৰ দিয়া, মোৰ মূৰৰ ওপৰৰপৰা যেন বিপদৰ মেঘ আঁতৰ নহয়; কাৰণ বিপদৰ পৰত তোমাক মোৰ যেনেকৈ মনত পৰে, সুখৰ সময়ত প্ৰভু, মোৰ তেনেকৈ তোমাক মনত নপৰে।' তেওঁ তেতিয়া দণ্ডৱতে প্ৰণাম কৰি প্ৰাৰ্থনা কৰে—'প্ৰভু মোকো তুমি দুখ দিছা, দিয়া; কিন্তু তুমি মোৰ মনৰপৰা আঁতৰ নহবা। —তেওঁ গুণগুণাই প্ৰাণঢালি গায়—

চিৰ সখাহে ছেড়না মোৰে ছেড়না
জৰা ভৰাতুৰে নবীন কৰহে মোৰ
ওহে সুধা সাগৰ।' (ৰবীন্দ্ৰ নাথ)

তেওঁৰ নিজৰ কথাত ক'বলৈ হলে—"গীতৰ সুৰে সুৰে শান্তিৰ অন্বেষণত চকুৰ পানীৰে দুগাল তিয়াই প্ৰাৰ্থনা কৰোঁতে দিনৰ সৰহখিনি সময় পাৰ হৈ যায় কিবা তন্ময় ভাবত। উপনিষদ, ভগৱদ্গীতা আদিৰ পাতে পাতে বিচাৰি ফুৰোঁ শান্তিৰ সন্ধান।"

এনেকৈ শোকৰ ভৰত বিহ্বল হৈ থকা সময়তে তেওঁৰ প্ৰাণসম প্ৰিয় পুত্ৰ পুতলীয়েও তেওঁক এৰি যায়। সেই সময়ত তেওঁৰ দেউতাকো আছিল দূৰ কাৰাবাসত। দেউতাকে তেওঁলৈ কাৰাবাসৰপৰাই সান্ত্বনা দি এখানি চিঠি লিখিছিল। সেই শোকাকুল পৰিবেশতে তেওঁ 'পুতলী' শিতানৰ শোকৰ কবিতাটি ৰচনা কৰিছিল।

এইদৰে একৈশ বছৰ বয়সত পুত্ৰশোক আৰু বৈধব্যৰ নিদাৰুণ নিষ্পেষণ অন্তৰত লৈ স্তুতি-নতিৰ মাজেদি মনটো ভগৱন্মুখী কৰাৰ ফলত তেওঁৰ জীৱনৰ কৰুণ 'অনুভূতিবোৰে ছন্দৰূপে' 'সন্ধিয়াৰ সুৰ'ৰ (১৯২৮ চন) ৰূপ ললে।

'সন্ধিয়াৰ সুৰ' অসমীয়া সাহিত্য উঁৰালৈ ৰহস্যবাদী মহিলা কবি নলিনীবালা দেৱীৰ এটি অনবদ্য দান। জীৱনৰ ঘাত-প্ৰতিঘাতৰ মাজেদি বাজি উঠা শোকোচ্ছ্বাস আৰু ভগবদ্-বিশ্বাস কাব্যখনৰ কৰুণ মধুৰ ছন্দবোৰৰ প্ৰতিটো শব্দতে শুনিবলৈ পোৱা যায়। কবিৰ ৰহস্যবাদী মনে বিশ্বনিয়ন্তা ভগৱান আৰু মানুহৰ মনৰ সোণালী সম্বন্ধটো কেনেকুৱা,

সিপুৰী কি বস্তু, আৰু জগত মানৱ মনৰ সম্বন্ধ কি, মানুহৰ মনৰ আশা-আকাঙ্ক্ষাবোৰ কিয় ওপজে, সেইবোৰৰ সাৰ্থকতা ক'ত, ইত্যাদি এনে এটা ৰহস্যময় প্ৰশ্নৰ উত্তৰ দিবলৈ যত্ন কৰিছে। ইয়াতেই গোনতে কবিৰ জীৱন-দৰ্শন আৰু ৰহস্যবাদী চিন্তাধাৰাই আত্মপ্ৰকাশ কৰিছে।

ৰহস্যবাদত পৰমাত্মা বা সৰ্বশক্তিমান ভগৱানৰ প্ৰতি আসক্তি দেখুওৱা হয়। ইয়াত ৰহস্যবাদীৰ ভগৱান ব্যক্তিগত ভগৱান হৈ পৰে। কবি আৰু ধাৰ্মিক দুয়োৰে এনে ভগৱানৰ সান্নিধ্য লভিবলৈ মন ব্যগ্ৰ হৈ পৰে। কবিৰ এই আসক্তি সাধাৰণতে প্ৰতীকধৰ্মী ৰহস্যৰ মাজেদি ফুটি উঠে আৰু ধৰ্মান্বেষীৰ ক্ষেত্ৰত এই আসক্তি মন্দিৰ, গুৰু, ধৰ্মগ্ৰন্থ আদিৰ মাজেদি প্ৰকাশ পায়। কবিয়ে নিজৰ ব্যক্তিগত শোক, বিৰহ আদিকেই উন্নীত আৰু পবিত্ৰীকৃত কৰি ভগৱানৰ প্ৰতি আৰোপ কৰা আসক্তিৰ সৃষ্টি কৰে। তেতিয়া তেওঁৰ অন্তৰৰ প্ৰিয়জনেই কেতিয়াবা ভগৱানলৈ ৰূপান্তৰিত হয়। তেনে পৰিস্থিতিত তেওঁ নানা প্ৰকাৰ আকৰ্ষণীয় ভাষাত পৰমাত্মা বা ভগৱানৰ সান্নিধ্যৰ সন্ধান দিবলৈ প্ৰয়াস কৰে। ভগৱান বা পৰমাত্মাৰ প্ৰতি তেনে অনুধাবনত ধৰ্মান্বেষী সাধু হয় নীৰৱ, নিয়ত, সমাধিস্থ। ব্যক্তিধৰ্মী শোক বা বিৰহক কবিয়ে তেতিয়া পৰমাত্মাৰ পৰা হেৰোৱা আত্মাৰ বিৰহ বুলি নানাপ্ৰকাৰ প্ৰতীকধৰ্মী ভাষাৰে বুজাবলৈ যত্ন কৰে। কবিৰ সাংসাৰিক বিৰহ-বিচ্ছেদ, শোক-দুখ, চিন্তা-ভাবনাৰ মাজেদি উন্নীত আৰু পবিত্ৰীকৃত হৈ সেই ক্লেশে পৰমাত্মাৰ পৰা বিচ্ছিন্ন হোৱা আত্মাৰ বিৰহক ৰূপ লয় আৰু সি কবিৰ আবেগময় ভাষাত প্ৰকাশ পায়। দাৰ্শনিক কবি গড্‌বিনৰ মতে 'আমাৰ এই দৃশ্যমান জগৎখনৰ অন্তৰালত আৰু এখন মহিমাময় অদৃশ্য জগৎ আছে আৰু এই ধাৰণাৰ ওপৰত ভৰ দিয়েই ৰহস্যবাদ বা অতীন্দ্ৰিয়বাদ তিষ্ঠি আছে। অদৃশ্য ভগৱান বা তেনে কোনো শক্তিৰ লগত পোনপটীয়া সংযোগ স্থাপনৰ চেষ্টাতে ৰহস্যবাদৰ জন্ম।' নলিনীদেৱীৰ ক্ষেত্ৰতো সেয়ে হৈছে। কবিয়ে 'জীৱনৰ সুৰদি পুৰাত' সুখ-সন্তোষৰ কালত তেওঁৰ পৰম প্ৰিয়ক ( পৰমাত্মা বা পৰমেশ্বৰক ) কোনো দিন বিচৰা নাছিল, বিচাৰিছে আজি 'বিষাদৰ সন্ধিয়া পৰত', দুখৰ দিনত আৰু তাতেই তেওঁৰ কবিতাত বাজি উঠিছে ৰহস্যবাদী সুৰ :

'তোমাক বিচৰা নাই সুৰদি পুৰাত
জীৱনৰ সুধাময় পবিত্ৰ ক্ষণত

আজি এই আবেলিৰ বিদায় পৰত,
গধূলি এন্ধাৰে ঢকা—সীমাহীন সাগৰ পাৰত,
তোমালৈ পৰিছে মনত।
অ' মোৰ পৰম প্ৰিয়;
তুমি ক'ত, তুমি ক'ত?' (অনাহূত)

সংসাৰৰ ভোগ, তৃপ্তি, বাসনা, পুনৰ্জন্ম আদি মানৱ মনৰ চিৰন্তন প্ৰশ্নবোৰৰ সমাধান ৰহস্যবাদী কবিয়ে ছন্দময় ভাষাৰ সহায়ত দিছে—

ভোগতেই মানুহৰ
তৃপিতি পলোৱা হ'লে
বাসনাও নোৱাৰে থাকিব;
মানুহৰ আত্মাৰ
চৰম সমাধি হ'লে
জীৱন-মৰণো নাথাকিব।
আকৌ
কতবাৰ জনমিলোঁ তোমাৰ কোলাতে
গৈছিলোঁ আকৌ উভতি;
অপূৰণ কামনাৰ ভাৰ বান্ধি লৈ
ঘূৰি ঘূৰি আহিলোঁ উভতি। ইত্যাদি

তৃষ্ণাৰ অন্ত নাই; তৃষ্ণাই তৰুণতা দান কৰি সংসাৰ সজীৱ কৰি ৰাখিছে—'তৃষ্ণৈকা তৰুণায়তে।' এই বিশ্বগ্ৰাসী তৃষ্ণাৰ নো শেষত লক্ষ্য কি, অন্ত ক'ত? কবিয়ে তাৰ উত্তৰত কৈছে—

মানুহৰ হৃদকুৰ
অসীম সৌন্দৰ্য তৃষা
সুখ আশা হেঁপাহ বুকৰ;
নহয় ই মৰতৰ,
থন্তেকীয়া জীৱনৰ,
সুখ আশা পৰম পদৰ
স্বৰ্ণ তৃষা চিৰ সুন্দৰৰ। (পৰম তৃষ্ণা)

কৈ থোৱা ভাল যে নলিনীবালা দেৱীৰ ৰহস্যবাদ আত্মবাদী ৰহস্যবাদ প্ৰাণাধিক পুত্ৰ 'মুকুলী'ৰ মৃত্যুৰ কথা সোঁৱৰণ কৰিবলৈ গৈও এইবাৰ

ৰহস্যবাদী কবিয়ে আশা কৰিছে সিপুৰীত তেওঁক এই পুতেকেই আগবঢ়াই নি আদৰ-সাদৰ কৰিব। সিপুৰীৰ সেই ঠাই নিশ্চয় সুখৰ ঠাই, লোভনীয় ঠাই।

আঙুলি-মূৰত তুমি—দিন গণি গণি
বাটলৈ একোবেলি চাবা,
সময় আহিলে মোৰ—অচিনাকি বাট
তুমি আহি নিজে লৈ যাবা।
সকলোটি একেলগে মিলিম সিঠাইত
বান্ধি লৈ মিলন মন্দিৰ ;
তৃষিত আত্মা মোৰ জুৰাব তাতেই
শীতলিব তাপিত অন্তৰ। ( সন্ধিয়াৰ সুৰ )

স্বামী বিয়োগৰ পাছতে একে একে দুই পুত্ৰৰ অকাল মৃত্যুত ব্যথিতা হৈ পৰমপ্ৰিয় ভগৱানক উদ্দেশ্য কৰি অনেক গীত আৰু কবিতা তেওঁ ৰচিলে; অনেক স্তুতি-বন্দনা গালে। ক্ৰমে ক্ৰমে দগ্ধ হৃদয়ৰ জ্বালা যন্ত্ৰণা কিছু শাম-কটাত তেওঁ দেশ-সেৱাত মন-প্ৰাণ ঢালি দিলে। সেয়েহে তেওঁৰ এটা বুজন সংখ্যক কবিতা জাগ্ৰত দেশ-প্ৰেমসম্ভূত। তেওঁ এসময়ত আনকি পণ্ডিত জৱাহৰলাল নেহৰুলৈও আবেগময় কবিতাতে—অসমক কেন্দ্ৰীয় চৰকাৰে পূৰ্ববঙ্গৰ লগত সাঙুৰিব খোজাৰ বিৰুদ্ধে ওকালতি কৰিছিল আৰু তাৰ যথাযথ ইংৰাজী ভাঙনি কৰি দিছিল—হেম বৰুৱাই। 'পৰশমণি'ৰ নৱোদয়, স্বাধীনতা, ভাৰতৰত্ন জওহৰ, 'অলকানন্দা'ৰ ভাৰত বাণী, মই ভাৰতৰ নাৰী, মৃত্যু বিজয়ী নৱজোৱান, নৱজোৱান—আদি কবিতাই তাৰ সাক্ষী। 'পৰশমণি'ৰ মহানদৰ আত্মকাহিনী কবিতাত—'কোন দূৰ অতীতৰ পাহৰা যুগৰ' কাহিনীতে কাহিনী আৰম্ভ হৈ 'অসম স্বাধীন হ'ল—মুক্তিযুদ্ধ পূৰ্ণ হ'ল—গোপীনাথে অসমত স্বৰাজ থাপিলে—পৰ্য্যন্ত স্বাধীনতা যুঁজৰ চমু বুৰঞ্জী পাঠকৰ স্মৃতিগোচৰ কৰা হৈছে। কবি-অন্তৰৰ অসম প্ৰীতিয়ে ভাৰত প্ৰীতিৰ মহাসমুদ্ৰত পৰিসমাপ্তি লাভ কৰিছে। আধ্যাত্মিকতা আৰু অতীন্দ্ৰিয় ভাবৰ তন্ময়তা বা ৰহস্যবাদ নলিনীবালা দেৱীৰ কবিতাৰ প্ৰাণ-স্বৰূপ হলেও পিছৰ জীৱনত তেওঁ নানা ভৱহৰ কবিতা লিখিবলৈ লৈছিল—কাব্য-জীৱনৰ আৰম্ভণিতে লোৱাৰ দৰে।

মুঠতে, গীতা-উপনিষদ আদি ধৰ্মশাস্ত্ৰ অধ্যয়নৰপৰা পোৱা ভাৰতীয়

দর্শনৰ মূল ভাব, উত্তৰাধিকাৰীসূত্ৰে ৰবখনৰপৰা লাভ কৰা সাত্ত্বিকতা আৰু জাতীয় প্ৰেম, পিতৃ আৰু মামাদেউতাৰ কীর্তিমাখ বৰদলৈৰ পৰা শিকি লোৱা সঙ্গীত বিদ্যা আৰু ৰবীন্দ্ৰনাথৰ গীতিময় ভাব আৰু ছন্দবিলাস নলিনীবালাৰ সাহিত্যৰ প্ৰধান উৎস। 'অপূৰণ কৰমৰ ভাবৰাজি লৈ ঘূৰি ঘূৰি উভতি আহিব খোজা' নলিনীবালা দেৱীৰ 'আমাৰ ওপজা ঠাঁই এইখন মর্ত্য স্বর্গভূমি' আৰু ৰবীন্দ্ৰনাথৰ 'আমাৰ পৃথিৱী তুমি বহু বৰষেৰ' পৃথিৱীবে সৈতে মূলতঃ একেখন পৃথিৱী। 'সপোনৰ সুৰ', 'অলকানন্দা' আদি কবিতা-পুথিৰ কবিতাবোৰ স্পষ্টভাৱেই দুভাগত বিভক্ত কৰি ৰখা হৈছে: গীতিকা আৰু কবিতা খণ্ডত। এইবোৰৰ 'দুই-এটি গীতে শাস্ত্ৰীয় ৰাগ সুৰবো পৰশ পাইছে' বুলি ৰচয়িত্ৰীয়ে নিজেই প্ৰকাশ কৰিছে। শৈশৱতে লাভ কৰা সঙ্গীতৰ জ্ঞানে তেওঁক ছন্দোময় কবিতা আৰু গীত ৰচনাত অন্তর্কিতে সহায় কৰিছিল।

'স্মৃতি-তীর্থ,' 'শান্তিপথ' আদি গদ্য গ্ৰন্থবো যে মূলভাব আধ্যাত্মিক সেইটোবো পুথিৰ নামকৰণেই কিছু আভাস দিয়ে। 'শান্তিপথ'ত লেখিকাই নিজে কৈছে, "সংসাৰৰ আঘাতত জুকলা দেহ-মন লৈ জীৱনৰ দীঘলীয়া বাট বুলনিত শান্তিপথ বিচাৰি হাবাথুৰি খাই ফুৰা অশান্ত প্ৰাণত ভাৰতীয় মহান দর্শন গীতা-উপনিষদৰ পাতে পাতে জিলিকি থকা অপাৰ্থিৱ পোহৰৰ ৰেঙণিয়ে কাঁইটীয়া বাটত এছাটি শান্তিৰ শীতল পোহৰ পেলাই গতিপথত প্ৰেৰণা যোগাইছিল। অশান্ত মনে ক্ষমতাৰ জোখলৈ কাণ নকৰি শান্তিৰ পিয়াহত সাগৰৰ তলিত মাণিক বিচৰাৰ দৰে ভাৰতীয় সত্য দর্শনৰ এটুপি অমৃত পানৰ আকণ্ঠ তৃষ্ণা লৈ আগবাঢ়োঁতে বিকণি অমৃতৰ চিটিকনিয়ে হিয়া-মন শান্ত কৰিছিল—সেই অমৃতকণাৰ দুই একাকিৰ আলম লৈ সময়ে সময়ে লিখি থোৱা কেইটামান প্ৰবন্ধ গোটাই 'শান্তিপথ' যুগুত কৰা হ'ল।"

'স্মৃতি-তীর্থ'বো সেই একে কথা। "পিতৃদেৱৰ জীৱন সোঁৱৰণ লেখিবলৈ হাতত লৈ মান অতীতৰ কথাবোৰ ভাবিবলৈ ধৰিলোঁ; পাহৰণিৰ এন্ধাৰত মৰহি যোৱা স্মৃতিৰ ছবিবোৰ ইটিৰ পিছত সিটি আহি, মোৰ মনত এটি কৰুণ সুৰৰ কঁপনি তুলিলে। পিতৃদেৱৰ জীৱনৰ ঘটনাবোৰ মোৰ জীৱনৰ প্ৰতি পাকে মেৰ খাই আছে।' তাৰে এঠাইত আছে—"পিতৃদেৱৰ হাতে লিখা কবিতাৰ পুথি এখনি উলিয়াই সদায় পঢ়োঁ। 'চিৰপ্ৰবঞ্চনা'

আৰু 'শিশুৰ হাঁহি' এই কবিতা দুটা মই বৰ ভাল পাইছিলোঁ; সেইবাবে মুখস্থ কৰি লৈছিলোঁ। পিতৃদেৱৰ কবিতা পঢ়ি পঢ়ি মোৰ কবিতা লিখিবলৈ ইচ্ছা হ'ল।"

'অলকানন্দা' নামৰ কবিতাৰ পুথিখনৰ বাবে তেওঁ ১৯৬৮ চনত 'সাহিত্য একাডেমী বঁটা' লাভ কৰে। বঁটা লবলৈ গৈ ভাষণ দিওঁতে তেওঁ কৈছিল—"ভাৰতীয় দৰ্শনৰ মূল ভেটিয়েই মোৰ কবিতাৰ বিকাশ ভূমি। ভাৰতীয় দৰ্শনৰ মাজত মই বিচাৰি পাইছোঁ সংঘাতে আৱৰা মোৰ জীৱনৰ শান্তিপথ। মই এটি কথা মোৰ জীৱনত বিশেষভাৱে অনুভৱ কৰি আহিছোঁ, কবিয়ে যি কবিতা সৃষ্টি কৰে সেই কাব্য-ৰসৰ ভাৱধাৰা অনন্ত ব্যোম মণ্ডলৰ প্ৰবাহিত ৰসধাৰাত সিক্ত, সীমাহীন কোটি কোটি জ্ঞানী, ধ্যানী, কবি, ঋষি, মনীষীৰ অজস্ৰ চিন্তাধাৰাৰে ব্যোমমণ্ডল আলোড়িত। শত শত অপ্ৰকাশিত সত্যৰ প্ৰকাশ কৰিবলৈ সত্যতত্ত্বসমূহে আধাৰ বিচাৰি ফুৰে। কবি মানসত অপ্ৰকাশিত সত্য তত্ত্বসমূহ আহি প্ৰতিভাত হৈ পৰে। মই নিজে অনুভৱ কৰোঁ, এই মহান সত্যৰ সত্যময় প্ৰতিক্ৰিয়াবোৰে কবি-মানসৰ নিজস্ব ব্যক্তিত্বেৰে চিন্তাসিক্ত হৈ কাব্যৰূপে প্ৰকাশ পায়। নতুবা নিচিন্তা কথা যেতিয়া মোৰ লেখনীৰ আগত কাব্যৰূপে ধৰা দিয়ে—মই নিজেই আচৰিত হওঁ; তৃপ্ত হওঁ এই ভাবি—সত্য চিন্তাৰ বিনাশ নাই। আনন্দিত হওঁ এই ভাবি—মই মহান ভাৰতীয় সংস্কৃতিৰ উত্তৰাধিকাৰিণী, মোৰ মন-মানসত আহি ধৰা দিছেহি পূৰ্বপুৰুষৰ মহান চিন্তাৰ কঁপনি, এয়ে মোৰ কাব্যৰ উৎস।"

নলিনীবালা দেৱীৰ কাব্য-জীৱন উৎসৰ্গিত জীৱন। সংসাৰৰ শোক-সন্তাপ; জ্বালা-যন্ত্ৰণা তেওঁৰ কাব্যৰ প্ৰত্যক্ষ উৎস। পাৰ্থিৱ দুখ-কষ্ট, বিৰহ-বিচ্ছেদৰ মাজেদিয়ে তেওঁ অপাৰ্থিৱ দিব্য-জ্যোতি মনলৈ আনিবলৈ সক্ষম হৈছিল। তাৰেই একো চেৰেঙা তেওঁৰ 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ', 'পৰশমণি' আৰু 'অলকানন্দা'ৰ ছন্দময় ভাষাত প্ৰকাশ হৈছে। অসমীয়া সাহিত্যত এই চাৰিখন কাব্য তেওঁৰ স্মৃতি সৌধৰ যুগজয়ী স্তম্ভ হৈ থাকিব।

# নলিনীবালাৰ কবিতাত ৰহস্যবাদ

## (ক)

ড° উপেন্দ্ৰনাথ গোস্বামী

ৰহস্যবাদ এটা বিশেষ দৃষ্টিভঙ্গী, এটা মানসিক অৱস্থা, য'ত জ্ঞানতকৈ অনুভূতি, বিশেষকৈ দৈৱী অনুভূতিয়ে প্ৰাধান্য লাভ কৰে। ৰহস্যবাদী-সকলে দৈনন্দিন কৰ্তব্য কৰিও অন্তৰখন এজন অপৰিৱৰ্তনশীলত নিবিষ্ট ৰাখে। তেওঁলোকে জগতৰ সকলো বস্তু বা শক্তিৰ মূলতে এক পৰম শক্তি, সকলো সত্তাৰ গুৰিতে এক পৰম সত্তাৰ সন্ধান পায়। তাৰ পাছত সেই শক্তিক বা সত্তাক এক ব্যক্তিৰূপে কল্পনা কৰি ( কোনোৱে পুৰুষ ৰূপে আৰু কোনোৱে নাৰীৰূপে ) তেওঁৰ লগত মিলনৰ আকাঙ্ক্ষাত তেওঁক বিচাৰি বিচাৰি, নিজ অন্তৰক শুদ্ধ আৰু নিকা কৰাৰ পাছত তেওঁৰে সৈতে অভিন্নতা অনুভৱ কৰি পৰম আনন্দ পায়। জীৱনৰ এইটো এটা উন্নীত অৱস্থা। বৈচিত্ৰ্যৰ মাজত ঐক্যৰ সন্ধান, দৈৱী অনুভূতি, প্ৰতীক, প্ৰেম, বিৰহ, আত্ম-বিলুপ্তি, তৃপ্তি বা আনন্দ আদি ৰহস্যবাদৰ বিশিষ্ট উপাদান।

কবি নলিনীবালা দেৱী এগৰাকী দাৰ্শনিক ৰহস্যবাদী কবি। তেওঁৰ প্ৰথম কবিতাৰ পুথি 'সন্ধিয়াৰ সুৰ'ত ৰহস্যবাদৰ বহু কথা ব্যক্ত হৈছে। "১৯১৭ চনত স্বামীক হেৰুৱাই দেউতাকৰ ঘৰলৈ উভতি অহাত সংসাৰ সংঘাতত ভুকলা প্ৰাণৰ পৰা নতুন ভাবৰ কবিতাৰ প্ৰবাহ অন্তৰত ব'বলৈ ধৰিলে। এই সময় ছোৱা গভীৰ অধ্যয়নত ৰত আৰু শান্তি বিচাৰি হাবাথুৰি খাই ফুৰা তৃষাতুৰ মনৰ পৰা যিলানি কবিতাই আত্ম-প্ৰকাশ কৰিলে সেই কবিতাৰ এটি খুঁটিৰে 'সন্ধিয়াৰ সুৰ'ৰ সৃষ্টি হ'ল।......'সন্ধিয়াৰ সুৰ'ৰ প্ৰত্যেকটি কবিতা মোৰ সন্ধ্যাভৰা জীৱনৰ হৃদয় মথি ওলোৱা বেদনাৰ অৰ্ঘ্য; আশা-ভৰসাহীন নিঃসঙ্গ জীৱনে বিচাৰি ফুৰা সৰ্ব-সন্তাপহাৰীৰ চৰণ-আশ্ৰয়লৈ আগবঢ়োৱা অন্তৰৰ একান্ত

আকৃতি। জীৱনৰ শোকে-দুখে আৱৰা নিঃসঙ্গ যাত্ৰা-পথত নীৰৱে গোপনে আগ বঢ়োৱা পৰম আশ্ৰয়লৈ অপেক্ষা। সংসাৰৰ বহু ঘাত-প্ৰতিঘাতৰ সান্ত্বনা বিচাৰি অন্তৰৰ পৰম তৃষ্ণাই সন্ধান পালে পৰম পদৰ। ......নিজৰ সত্তা বিলাই দি পৰম সত্তাৰ আশ্ৰয়ৰ বেদনা-মধুৰ যি তৃপ্তি, সেই তৃপ্তি অবৰ্ণনীয়।"[১] কবিতাৰ ভাষাত: আজি এই জীৱনৰ এন্ধাৰ পৰত, গহীন এন্ধাৰে ঢকা সীমাহীন সাগৰ পাৰত; তোমালৈ পৰিছে মনত, অ' মোৰ পৰম প্ৰিয় তুমি ক'ত? তুমি ক'ত ক'ত?[২] ভাৰতীয় ৰহস্যবাদীৰ সুৰতে কবিয়ে পৰমজনক পুৰুষ আৰু নিজকে নাৰীৰূপে কল্পনা কৰিছে: যুগান্ত পথৰ মই সুন্দৰ অভিসাৰিকা, পূজাৰিণী ধ্যানৰতা উমা'।[৩]

ৰহস্যবাদী কবিয়ে অসীম সৌন্দৰ্যময় পৰমজনক জগতৰ সুন্দৰ সুন্দৰ বস্তু বা দৃশ্যৰ মাজত কেতিয়াবা দেখা পায়, কেতিয়াবা প্ৰকৃতিজগতত তেওঁৰ মাত শুনে; কেতিয়াবা তেওঁৰ সুগন্ধ আৰু স্পৰ্শও অনুভৱ কৰে। কবি নলিনীবালাৰ ভাষাত: "পূৰৱিৰ শুভ লগনত, অৰুণৰ ৰঙা পোহৰত; তোমাৰ লগত মোৰ, অনন্ত মিলন, নিতে দেখা শেৱালী বনত।[৪] কোনেনো সদায় মাতে, আকুল উতলা মাতে, কোন দূৰ সুদূৰৰ পৰা।[৫] ডাৱৰীয়া আকাশৰ, ঘোপ মৰা এন্ধাৰত, কিবা শুনো আকুল সুৰত।"[৬] জগতখন যেতিয়া নিতাল নিস্তব্ধ আনকি তেতিয়াও সেই সুৰে কবি-হৃদয় আকুল কৰি তোলে: "নিজম নিশাত সুপ্ত ত্ৰিভুৱন, এন্ধাৰ ভৰা নগৰ উপৱন; কোন ছলেৰে চকুৰ নিদ্ৰা হৰি, থোৱা তুমি কতনো গুপুত কৰি; ধৰা ফিনো স্বৰগ বীণাৰ গান, মধু মুৰলীৰ মৌ বৰষা তান; আকুল বিশ্ব আকুল মন প্ৰাণ।"[৭] গহীন এন্ধাৰ নিশা, ফুৰোঁ যদি বাট খেপিয়াই; মনৰ মালতী গোন্ধে দিয়ে মোক বাট দেখুৱাই।[৮] শিতানত ফুলা বকুলজুপিত শুনিলোঁ বাঁহীৰ মাত; সাৰ পাই দেখোঁ চন্দন সুভাস

১. এৰি অহা দিনবোৰ
২. সন্ধিয়াৰ সুৰ: অনাহূত
৩. অলকানন্দা: জীৱনক কৰো মনোৰমা
৪. সন্ধিয়াৰ সুৰ: মিলন
৫. সন্ধিয়াৰ সুৰ: পৰম তৃষ্ণা
৬. সন্ধিয়াৰ সুৰ: এন্ধাৰ
৭. সন্ধিয়াৰ সুৰ: কোন তুমি
৮. সন্ধিয়াৰ সুৰ: সাৰথি

আমোল মোলাই গাত।[৯] তোমাৰ অমৃত স্পৰ্শে শীতলায় তনু মন প্ৰাণ।"[১০]

জীৱনৰ সকলো পাহৰি ৰহস্যবাদীয়ে ভেটিয়া সেই পৰমজনক, সেই অসীমজনক বিচাৰি যায়: 'পৰাণে বিচাৰি ফুৰে অসীমৰ পাৰ।'[১১] "প্ৰাণৰ পাহিত জিলিকনি পৰে, মন বিয়াকুল প্ৰাণ পৰিমলে; স্তব্ধ নিজান বিজন প্ৰান্তত উকা-জুই থেদি ফুৰে।[১২] বিচাৰি বিচাৰি ফুৰে যুগৰ পথিকে, চিৰ তৃষাতুৰ প্ৰাণে, মৰুভূত ফুলা মৰুফুল।[১৩] সৌন্দৰ্য নিজৰাৰ মূল উৎস বিচাৰি বিচাৰি; সুন্দৰ পিপাসী মানুহৰ প্ৰাণ, অপৰূপ অসীম সন্ধানী।[১৪] উৰিল সজাৰ মুকলি পখীটি, নজনাজনৰ বিচাৰি চিন।"[১৫] কিন্তু ভেওঁক বাহিৰত বিচাৰি প'লে ক'ত পোৱা যাব! পৰমজন আমাৰ মাজতে আছে; প্ৰকৃতিৰ প্ৰতিটো বস্তুতে আছে। কস্তুৰী হৰিণৰ যেনেকৈ নিজৰ নাভিৰ পৰা গোন্ধ ওলায়, অথচ তাক নাজানি সেই গোন্ধ ক'ৰ পৰা ওলাইছে বিচাৰি বিচাৰি হাবাথুৰি খায়, ঠিক সেইদৰে কবিয়েও নিজ অন্তৰত পৰমজনক নিবিচাৰি বাহিৰত বিচাৰি ভাগৰি পৰে: 'গোন্ধ-হৰিণাৰ কস্তুৰী-বাস, বিচাৰি নেপাই ব্যাকুল হতাশ।'[১৬] ভেটিয়াহে ভেওঁলোকে নিজৰ ভুল বুজি পাই নিজ অন্তৰত ভেওঁক কোৱাৰ কথা উপলব্ধি কৰে:

তীৰ্থ-যাত্ৰী, ক্ষন্তেক জিৰোৱা
নিজ অন্তৰত চোৱা,
ধৰাৰ ধূলিত জাগে প্ৰেমৰ সপোন
সুনিৰ্মল অন্তৰ-পটত
ধিয়ানৰ স্নিগ্ধ দাপোণত
সুন্দৰ বিকশি উঠে
মানসৰ কমল বনত।[১৭]

---

৯. সন্ধিয়াৰ সুৰ : পূজা
১০. সন্ধিয়াৰ সুৰ : অনাহুত
১১. পৰশমণি : পৰশমণি
১২. পৰশমণি : নৱ চেতনা
১৩. পৰশমণি : মৰুফুল
১৪. অলকানন্দা : সন্ধানী মানব
১৫. সন্ধিয়াৰ সুৰ : অজান বাতৰি
১৬. পৰশমণি : নৱ চেতনা
১৭. পৰশমণি : পৰশমণি

আৰৌ :

নালাগে ভ্ৰমিব তীৰ্থে তীৰ্থে বিচাৰি ঈশ্বৰ
নিজৰ হিয়াতে পাবা মহাতীৰ্থ চৰণ কৃষ্ণৰ
...... ...... ......
নালাগে সন্ন্যাসী হ'ব
ই সংসাৰ মধু বৃন্দাবন।[১৮]

অন্তৰখন নিৰ্মল কৰিব নোৱাৰিলে সুন্দৰক পোৱা নাযায়। অন্তৰ নিৰ্মল কৰাৰ উপায় হ'ল অন্তৰৰ কামনা-বাসনা, আশা-আকাঙ্ক্ষাৰ, অহং ভাবৰ বিলুপ্তি ; মই মোৰ ভাবৰ অৱসান। সেই কাৰণে "জীৱন প্ৰদীপ শিখা জ্বালি তোলা কৰি উৰ্ধমুখী ; প্ৰাণ কৰা হোমানল।[১৯] অচঞ্চল, স্থিৰ, সমাহিত, শুদ্ধ অন্তৰৰ পূজা চিৰন্তন ;......ভাষাহীন, আশাহীন আত্ম-নিবেদন ; এই পূজা চিৰ সুন্দৰৰ।[২০] সত্যান্বেষী সুন্দৰ-পূজাৰী,...... শুচি, শান্ত তনু মনে, মানসৰ পুষ্প বনে, প্ৰেমৰ প্ৰদীপ জ্বালি বাঞ্ছিতৰ কৰা অন্বেষণ।"[২১] অন্তৰখন 'শুচি, শান্ত, স্থিৰ, আশাহীন হ'লে 'তুমি' আৰু 'মই'ৰ পাৰ্থক্য আঁতৰি যায়, জগতৰ সকলো তুমিময় হয় ; ব্ৰহ্ম আৰু জগতৰ ভেদ গুচে। ৰহস্যবাদী কৱিয়ে নিজ চেষ্টাৰ বলত এইদৰে কামনা বিলোপ কৰি ক্ষুদ্ৰৰ মাজত বিৰাটক, সীমৰ মাজত অসীমক পোৱাৰ আনন্দ লাভ কৰে :

ক্ষীৰ জলধিত আজি
উঠিছে অমৃত সুধা
ই জীৱন মৃত্যুঞ্জয়ী
তৃপ্ত তনু মন।
আজি নাই তুমি
নাই মই
নাই মৰু ধৰণীৰ
বুভুক্ষু বাসনাৰাশি

১৮. অলকানন্দা : এইখনি শঙ্কৰৰ দেশ
১৯. পৰশমণি : পৰশমণি
২০. পৰশমণি : পূজা
২১. ,, : পৰশমণি

বিচ্ছেদ দহন হাহাকাৰ
মৰণৰ ইপাৰ সিপাৰ।[22]

এইদৰে ৰহস্যবাদীয়ে পৰমজনেৰে সৈতে অভিজ্ঞতা অনুভৱ কৰাৰ ফলত জন্ম-মৃত্যুৰ ভাব লুপ্ত হয়ঃ "কোনো কালে তুমি মই কোনোৰূপে হোৱা নাই ভিন। ......তুমি জ্যোতি মই ৰেণু, হে অৰূপ, ৰূপৰ আলয়; অহূৰূপে অনাদিত তোমাতেই লীন হ'ম গৈ।[23] মহাসাগৰৰ সৰু ঢৌ এটি, ঢৌৰ লগতে যাবগৈ ভাহি।...... সত্য যে তুমি, শাশ্বত তুমি, কিহৰ মৃত্যু, কিহৰ ভয়।"[24] ৰহস্যবাদীসকলৰ এই তৃপ্তি সকলো সময়তে নাথাকে; কেতিয়াবা তেওঁলোকে ভাবে যে তেওঁলোক ঘ'ৰ পৰা আহিছে তেওঁৰ ওচৰ্ চাপিব নোৱাৰিলে সম্পূৰ্ণ শান্তি পাব নোৱাৰে। সেই কাৰণে প্ৰায় সকলো ৰহস্যবাদীয়ে জীৱনটোক বিৰহ আৰু মৃত্যুক মিলনৰূপে, জীৱনটোক এন্ধাৰে আবৰা নিশা আৰু মৃত্যুক নবীন উষাৰূপে কল্পনা কৰে। নলিনীবালা দেৱীৰ ক্ষেত্ৰতো ইয়াৰ ব্যতিক্ৰম হোৱা নাইঃ

(ক) চিতাগ্নি হোমাগ্নি হ'ব
সমীৰণ মলয় চন্দন;
সিদিনা সাৰ্থক হ'ব
পূৰ্ণ অৰ্ঘ্য পূৰ্ণ ই জীৱন।[25]

(খ) মুদ খোৱা চকুযোৰ নৌ মেলোঁতেই
সপোন ঘুমটি ভাল নৌ ভাঙোতেই
নিশা উষা মিলনৰ বতা পোহৰত
যুগান্তৰ স্মৃতি জাহে কল্পনা পটত।[26]

(গ) মুখৰ কণ্ঠৰ গীতি
যিদিনা নীৰৱ হ'ব
সেইদিনা দিবা নে সঁহাৰি?

---

২২. পৰশমণি : উছৰ্গা
২৩. সন্ধিয়াৰ সুৰ : সমাধি
২৪. ,, : সত্য পথিক
২৫. ,, : শেষ অৰ্ঘ্য
২৬. ,, : পৰমতৃষ্ণা

উজ্জ্বল নয়ন জ্যোতি
বিদিনা মুমাই যাব
দেখা যেন দিয়া হিয়া জুৰি ।[২৭]

(ঘ) এন্ধাৰ এন্ধাৰ মোক ঢাকাহি নিবিড়ভাৱে
ঢাকি ধৰা তোমাৰ আঁৰত ।
... ... ...
শুৱনী আঁউসী মোক পাতি দিয়া কোলাখনি
জীৱনৰ শান্তিৰ জুৰণি ।[২৮]

সজাৰ মুকলী পখী, অচঞ্চল-স্থিৰ-সমাহিত-শুদ্ধ-অন্তৰ, চিৰন্তনৰ পূজা, আশাহীন আত্ম-নিৱেদন, শুচি-শান্ত-তনু-মন, তুমি, মই, বাসনা, বিচ্ছেদ, জন্ম, মৃত্যু, অৰূপ, অণু, অনাদি, মহাসাগৰ, ঢৌ, সত্য, শাশ্বত, অন্তৰ-পট, ধিয়ান, চিৰ তৃষাতুৰ প্ৰাণ আদিৰ ব্যৱহাৰে নলিনীবালাৰ কবিতাত দাৰ্শনিক পৰিৱেশৰ সৃষ্টি কৰিছে। তদুপৰি আন ৰহস্যবাদীসকলৰ দৰে তেওঁ জীৱনত দুখ-কষ্টৰ মূল্য যে কিমান উপলব্ধি কৰিব পাৰিছে : "দুখ-বিচ্ছেদ মানুহ-জীৱনৰ পৰম সম্পদ। জীৱন-জোৰা দুখে পুৰি হৃদয় শুদ্ধ কৰি তোলে, জাগতিক কামনা-বাসনা, ভোগ-বিলাসৰ স্পৃহা মনৰ পৰা আঁতৰি যায়, সকলো কৰ্মৰ মাজতে চিৰসুন্দৰৰ অনুভূতি জাগ্ৰত হয়। জীৱনত দুখ-কষ্টৰ মাজেৰেহে মনুষ্যত্বৰ প্ৰকৃত স্বৰূপ পৰিস্ফুট হ'বলৈ সুবিধা পায়।"[২৯]

'অলকানন্দা' আৰু 'অন্তিমসুৰ'ত নলিনীবালাৰ দাৰ্শনিক মনোভাৱ বিশেষকৈ মৃত্যুৰ পিছত তেওঁৰ গতিপথৰ সন্ধান অতি স্পষ্টৰূপে ব্যক্ত হৈছে। য'ত সাগৰৰ নীলা দিগন্তৰ নীলাত মিলিছে তাৰ পৰা যেন তেওঁৰ চিনাকী সুৰ ভাহি আহিছে। তালৈ সোণালী ভুৰত উটি যাবলৈ তেওঁ বিচাৰে। সুদূৰৰ ভাহি অহা সুৰৰ লগত কৰিব অন্তৰ-বীণৰ সুৰ বন্ধা : "মানুহ প্ৰাণতে আছে সাতডালি সুৰ-তাঁৰ, বিশ্বসুৰে বন্ধা আছে তাঁৰৰ কঁপনি।"[৩০] সেই সুৰৰ লগত তেওঁৰ চিৰকলীয়া সম্বন্ধ : "আছোঁ বৈ চিৰকাল অনাদি সঙ্গীতৰূপে, প্ৰকৃতিৰ বোৱতী সুঁতিত।"[৩১] বিশ্বসুৰ

২৭ " : মিনতি
২৮ " : এন্ধাৰ
২৯ এৰি অহা দিনবোৰ
৩০ অন্তিম সুৰ : ক্ষয় নাই নাই
৩১ অলকানন্দা : বিশ্বসুৰ

যিদৰে অনন্তৰ প্ৰতীক, শ্যাম আৰু নীলাও সিদৰে অনন্তৰ প্ৰতীক : "আহোঁ বনে উপবনে সুন্দৰ সুৰতি সতে, শ্যামলী সেউজী হৈ এই ধৰণীত।"[৩২] কবিৰ ধাৰণা মৃত্যুৰ পিছত তেওঁ সেই নীলিমা আৰু সুৰৰূপে নতুন নতুন ৰূপত তেওঁৰ জন্মভূমি পৃথিৱীত চিৰদিন জিলিকি আৰু বিয়পি থাকিব : "জনমভূমিত মোৰ ন ৰূপ পৰশ বুলাই, সোণোৱালী জোনাক বাকিম, সুৰ বাকি নীলিমা মাজত ন ৰূপ ন প্ৰতিভাত, সুৰে সুৰে সপোন আঁকিম।"[৩৩] 'আজিৰ নোহোৱা তুমি সুন্দৰী পৃথিৱী, জনমৰ যুগমীয়া তুমি' বুলি 'সন্ধিয়াৰ সুৰ'ত কবিয়ে যি চিন্তাৰ অৱতাৰণা কৰিছিল 'শেষ জীৱনৰ বিদায়-জাননিয়ে সুৰ' তোলা 'অন্তিম সুৰ'তো তাৰেই প্ৰতিধ্বনি বাজি উঠিছে।

'অন্তিম সুৰ'ৰ নীলাৰ স্বপ্ন নামৰ কবিতাটোত কবিয়ে তেওঁৰ মৃত্যু সম্বন্ধে এটা সুন্দৰ ছবি উপস্থাপন কৰিছে : সংসাৰপথত ঘূৰি ঘূৰি পৰিশ্ৰান্ত প্ৰাণ গৈ অসীম, অনন্ত, নীল সমুদ্ৰৰ শ্যামলিমা তীৰত উপস্থিত হ'ব, তেতিয়া নীলা নাওখনি লৈ 'নাৱৰীয়া'ই জোনৰ নীলা ৰশ্মিৰ মাজেদি আহি কবিক নাওত তুলি লৈ যাব। অনন্ত নীলিমা ভেদ কৰি যাত্ৰাৰ সুৰ বাজি উঠিব। 'আৰোহী' নাৱত উঠি নীলাৰ অভিনৱ ৰূপ চাই চাই 'বিন্দু'ৰূপে নীল সিন্ধুত বিলীন হৈ যাব : "নীলাত আচ্ছন্ন দৃষ্টি-ৰূপ অভিনৱ, নীল বিন্দু বুৰ যায় নীলাৰ মাজত।"[৩৪] আন এক মুহূৰ্তত কবিৰ ধাৰণা হয় : বিশ্বব্ৰহ্মাণ্ড জুৰি মহা ধ্বনি, মুৰলীৰ সুৰ দূৰ-সুদূৰৰ পৰা বৈ বৈ বাজি আছে। সেই সুৰে তেওঁক মধুৰ আহ্বান জনাইছে। সেই আহ্বানত সঁহাৰি দিলে, সেই সুৰৰ প্ৰভাৱত 'মানুহ-সজাৰ বাকলি খহি' পৰি 'মানুহৰ সঁচা দিব্যৰূপ' উজলি উঠিব। এইদৰে 'ক্ষুদ্ৰ সত্তা' মহান সত্তাত মিলি যাব।[৩৫] মৰণৰ পাছতহে পৰমজনেৰে সৈতে চিৰমিলনৰ অৱস্থা আহিব কবিয়ে এনেভাৱ পোষণ কৰা নাই। এই জীৱনতো তেওঁৰ চিৰসুন্দৰেৰে সৈতে নিতৌ মিলন হৈছিল : "এই জীৱনতে প্ৰতি মুহূৰ্তে অনুভৱ কৰি আহিছোঁ—মোৰ জীৱনৰ সুন্দৰ সম্ভাৰ, জীৱনৰ সজাগ প্ৰহৰীজনৰ মোৰ এই অকিঞ্চিৎকৰ

---

৩২ অলকানন্দা : বিশ্বসুৰ

৩৩ অন্তিম সুৰ : সুৰে সুৰে সপোন আঁকিম

৩৪ " : নীলাৰ স্বপ্ন।

৩৫ অন্তিম সুৰ : নিষ্প্ৰয়োজন

জীৱনৰ আঁৰে আঁৰে প্ৰতি চিন্তাৰ পাছে পাছে এটি উজ্জ্বল সুন্দৰ স্নিগ্ধ স্নেহ-কোমল দৃষ্টিৰ পৰশ। অতুলনীয় এই অনুপম দৃষ্টিয়েই মোৰ জীৱনৰ প্ৰতি কৰ্মৰ পথ-প্ৰদৰ্শক। এই অপাৰ্থিৱ সুৰ জগতৰ স্পৰ্শত জীৱন সত্তা মিমগ্ন বিভোৰ হৈ আগবাঢ়ি গৈ আছে।”[৩৬] নলিনীবালা দেৱীৰ কবিতাৰ এয়ে ৰহস্যময়, দাৰ্শনিক পৰিৱেশ, ‘পৰম সত্তাৰ লগত নিজ সত্তা’ৰ সংযোগ। কবিৰ নিজৰ ভাষাত ক’বলৈ হ’লে “উপনিষদ আৰু বেদৰ গধুৰ ভাৱ কেইটিমানে পৰশমণিত আত্মপ্ৰকাশ কৰে।····· ভাৰতীয় দৰ্শনৰ মাজত মই বিচাৰি পাইছোঁ সংঘাতে আৱৰা মোৰ জীৱনৰ শান্তি-পথ। ···· মই মহান ভাৰতীয় সংস্কৃতিৰ উত্তৰাধিকাৰিণী, মোৰ মন-মানসত আছি ধৰা দিছেহি পূৰ্বপুৰুষৰ মহান চিন্তাৰ কঁপনি, এয়ে মোৰ কাব্যৰ উৎস।”[৩৭]

নলিনীবালাৰ কবিতাৰ বিচিত্ৰ আৰু বিশিষ্ট সুৰ এইটোৱেই।

## ( থ )

**ডক্টৰ হৰিচন্দ্ৰ ভট্টাচাৰ্য**

“কা তৱ কান্তা কস্তে পুত্ৰঃ
সংসাৰোঽয়মতীৱ বিচিত্ৰঃ।
কস্য ত্বং বা কুতো আয়াতঃ
তত্ত্বং চিন্তয় তদিদং ভ্ৰাতঃ॥”

ভাৰতীয় চিন্তাধাৰাৰ মহান্ আদৰ্শৰ ভেটিত ৰচিত এনেধৰণৰ তত্ত্ব-গধুৰ নীতিবচনৰ আধাৰতেই কবি নলিনীবালাৰ কাব্যধাৰাৰ মূল উৎস। শোকত কবিতাৰ উদ্ভৱ হয়, এই কথা বহলাই কোৱাৰ আৱশ্যক নাই। বাল্মীকি-ৰামায়ণৰ উদ্ভৱ-ৰহস্য যে শোক ই সৰ্বজন-বিদিত। নিষ্ঠুৰ ব্যাধৰ বিষকৰ্ণ শৰাঘাতত যেতিয়া এদিন এহাল চাকৈ-চকোৱাৰ (“ক্ৰৌঞ্চ-মিথুন”) এটি নিহত হৈছিল, সেয়ে হৈ পৰিল মহাকাব্য ৰামায়ণৰ প্ৰধান উৎস। এনে উদাহৰণ সাহিত্য-জগতত বহুত আছে।

---

৩৬ এবি অহা দিনবোৰ
৩৭ এবি অহা দিনবোৰ

কবি নলিনীবালা দেৱীৰো প্ৰায় একেবিধৰ বিষাদ-দুৰ্ঘটনাই অন্তৰত এদিন শোকৰ কল্লোল সৃষ্টি কৰিছিল ; এদিৰে অকাল বৈধব্য, আইৰ দিকে অকালতে দুটি পুত্ৰৰ আকস্মিক মৃত্যু। 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ' প্ৰভৃতি কাব্যত জীৱন-মৰণৰ ৰহস্য অন্বেষণ কৰি কৰি শেষত 'অলকনন্দা'ত এই ৰহস্য অতিকৈ নিগূঢ় হৈ পৰিল। জানিবৰ উপায় নাই, বুজিবৰ উপায় নাই। এনে অজ্ঞাত অজ্ঞেয় ৰহস্যৰ সন্ধানতেই কবি আজীৱন বন্দী। ভাব-উদ্ঘাটনৰ অভাৱ নাই ; এই ভাবৰ মাধুৰ্য তেওঁৰ অজস্ৰ কবিতাই বহন কৰিলে। অপাৰ-অনন্ত চিন্তাধাৰাই বিবিধ কল্লোলৰ সৃষ্টি কৰিলে সঁচা, কিন্তু ৰহস্য ক'ত ? ৰহস্য ৰহস্য হৈয়েই ৰ'ল।

জন্ম-মৃত্যু সৃষ্টি ইতিহাস—
ৰচিছোঁ অনন্তকাল,
অভিনয় অভিনেতা হৈ ৰচিম আকৌ
পৃথিৱীৰ নাট্য মন্দিৰত।"

"চক্ৰৱৎ পৰিৱৰ্ততন্তে দুঃখানি চ সুখানি চ" ৰহস্য ধৰা নপৰিলেও, কবিৰ জন্মান্তৰত অটুট বিশ্বাস—

"জীৱন কুসুম মোৰ ফুলিছে অনন্তকাল
বিশ্ব ফুলনিত,
ফুলিম আকৌ আহি
এৰি যোৱা মৰমী ধৰাত—
সৌৰভ সঁফুৰা লৈ
সৃষ্টি ফুলনিত।
হে ধৰণী জন্মদাত্ৰী !
অভাগাক দিয়া স্থান,
দিয়া দেহ, দিয়া ত্ৰাণ।
ধূলিৰ পৰশ মাগে অশান্ত আত্মাই
তোমাৰ শুৱনি এই জিৰণি কোলাত
দিয়া নৱজনমৰ অনুপম দান।"

কবিৰ কাব্যমানসত এই পৃথিৱীতে সৰগ সুষমা ব্যাপ্ত ; অনন্ত, অপৰ্যাপ্ত বিত্তঅতুল, চিৰসুন্দৰ, চিৰসেউজীয়া, মহতোংপি মহীয়ান, অজৰ,

অগণন। পৃথিৱীৰ ৰূপ-তৃষ্ণাই কবিমানসত চিন্তাৰ ঢৌ কেনেদৰে তুলিছে, ভাবিলে অবাক্ হ'ব লাগে—

"কোনে আঁকি দিলে মোৰ হৃচকুত
বামধেনুৰূপে ৰূপ-ছবি,
ছন্দে ছন্দে বকুল গন্ধে
মালাকৰ মই সুৰকবি।
কত বসন্ত কত বৰষাৰ
সুৰ-জোৱাৰত ঢৌ তুলি
শাৱণী নিশাৰ জোন জোনাকৰ
সোণ জোনালীত বুৰ মাৰি।
নীল নীলিমাৰ ৰূপ চাই চাই
আঁকো সপোনৰ ৰূপ ছবি ;
ছয়ামায়া মোৰ মন উপবন,
মালাকৰ মই সুৰ কবি।"

[ অলকানন্দা ]

মানুহৰ হৃচকুৰ অসীম সৌন্দৰ্য তৃষ্ণা
সুখ-আশা, হেঁপাহ বুকৰ,
নহয় ই মৰতৰ ক্ষন্তেকীয়া জীৱনৰ
সুখ-আশা পৰম পদৰ,
ৰূপ তৃষ্ণা চিৰসুন্দৰৰ।"

ওৰে জীৱন মানুহ মৰভত ৰূপ-তৃষ্ণাত কাতৰ হৈ থাকে ; কিন্তু চিৰসুন্দৰৰ ৰূপ-তৃষ্ণাই প্ৰাণত যি আনন্দৰ হিল্লোল উথলায় তাৰ তুলনা নাই, আদি নাই, অন্ত নাই। ৰহস্যাবৃত চিৰসুন্দৰৰ ধ্যানত আনন্দ আছে ; দৰ্শন অসম্ভৱ। যাদুকৰৰ যাদুবিদ্যা চাই মানুহে তৃপ্তি পায়, কিন্তু যাদুবিদ্যাৰ ৰহস্য উদ্‌ঘাটন হ'ব লাগিলে সেই তৃপ্তি দূৰতে বিদূৰ হয়। ভগৱানৰ সৃষ্টি ৰহস্যও এনে এক যাদুবিদ্যাসদৃশ মাথোন।

ৰহস্যৰ অনুসন্ধান বিধে বিধে হৈ আহিছে ; দেশ-কাল-পাত্ৰ ভেদে বিবিধ বাদানুবাদৰ সৃষ্টি হৈছে ; "মহাব্যাত্ৰী"ৰূপী তৰ্কশাস্ত্ৰৰ উদ্ভৱ হৈছে। কিন্তু ৰহস্য সদায় অজ্ঞাত, সদায় অজ্ঞেয় হৈয়েই ৰ'ল। ই কবি-মানসত

বিবিধ ঝংকাৰ তুলিলে মাথোন ; অজ্ঞাতে বিবিধ সুৰৰ সৃষ্টিৰ হ'ল, বিবিধ ছন্দই সেই অজ্ঞাত-অজ্ঞেয়ৰ বিবিধ বন্দনা গীতৰ সুৰ সৃষ্টি কৰিলে মাথোন ;
—"ধৰ্মস্য তত্ত্বং নিহিতং গুহায়াং" কথাষাৰ সাৰ্থক হ'ল। তথাপি তৃষ্ণাৰ আদি-অন্ত নাই।

"মৃগতৃষ্ণাত তৃষাতুৰ হিয়া
বাট হেৰুৱালি যাত্ৰী।"

বুলি কবিয়ে হুমুনিয়াহ চাৰিছে সঁচা, কিন্তু

"জীৱন-বাটৰ সেন্দুৰী আলিত—
কোনোবা অজান নেপুৰ ধ্বনি শুনি"

তেওঁ থমকি ৰয়। তেওঁৰ প্ৰাণৰ "পছুম কলিত" কোনোবা অজান অজ্ঞেয়জনৰ প্ৰেমৰ পাহি মেলে—ইয়াতে কবিৰ অইন এটি ৰহস্যৰ ভেটি নিৰ্মিত হৈছে। সংসাৰ-বাড়বাগ্নিত কবি-প্ৰাণ দগ্ধ যদিও তাৰ ভস্মত যি সুৰভি-গন্ধ সৃষ্টি হৈছে, ই চিৰ সুন্দৰ, চিৰ ৰমণীয়। কবিৰ এই বাড়বানলত ৰহস্য আছে, ভস্ম হোৱা "সুৰভি গন্ধ"ত ৰহস্য আছে।

তেওঁৰ কাব্যত অন্যান্য ৰহস্যৰ সামগ্ৰীৰ মাজত আছে "বনৰ পখী", "মনৰ পখী"—

"বনৰ পখীয়ে সুৰ পাহৰিলে
মনৰ পখীটি শিয়ঁৰি উঠিলে"।

ইয়াৰ উপৰিও আছে—"আকাশী বিহংগ," "পূৰভি নিশাৰ জিলমিল পোহৰ শিখা," "বিলৰ মাজত বাঙলী পছুম" আদি বহুতো প্ৰাকৃতিক সম্পদ—

"ফুল্ল শতদল সূৰ্যৰ প্ৰিয়া
ৰবিহীন ৰূপ নিৰস ম্লান,
শেষৰ শয্যা পুষ্প পাত্ৰ
দেৱ চৰণে অৰ্ঘ্য দান।"

এই বুলি ৰহস্য-কবি নলিনীবালাই দেৱতাৰ চৰণত অৰ্ঘ্য প্ৰদান কৰি,

"পাষাণ দেৱতা নোহোৱা তুমি
সুন্দৰ প্ৰিয় মোৰ"

বুলি অদৃশ্য প্ৰিয়জনত আত্ম-নিৱেদন কৰি শান্তি লাভ কৰিছে। ৰহস্যৰ আধাৰশিলাত নানা ৰহস্যৰ সৃষ্টি হ'ল সঁচা ; কিন্তু প্ৰকৃত ৰহস্য ৰহস্য হৈয়ে ৰ'ল, যি আদিহীন, অন্তহীন, অপাৰ, অসীম, চিৰকাল, চিৰদিন।

(গ)

**শ্ৰীউপেন্দ্ৰ বৰকটকী**

অসমীয়া কাব্য সাহিত্যত পোনপ্ৰথমে নলিনীবালা দেৱীৰ কবিতাতে আমি সম্পূৰ্ণ অতীন্দ্ৰিয়বাদৰ লক্ষণ দেখা পাওঁ। আমাৰ ইন্দ্ৰিয়ই যাক পোনপটীয়াকৈ ধৰিব নোৱাৰে সেয়ে হৈছে অতীন্দ্ৰিয়বাদ। পঞ্চ ইন্দ্ৰিয়ৰ দ্বাৰা ৰহস্যবাদী কবিসকলে জীৱনৰ চৰম সত্য প্ৰকাশ কৰিব নোৱাৰি এটা দৈৱ অনুভূতিৰ আশ্ৰয় লয়। দৃশ্যমান জগতৰ পৰা ভালেখিনি আঁতৰত থকা ৰহস্যময় যিখন জগত তাৰ অনুসন্ধান কৰা হয় এই দৈৱ অনুভূতিৰ দ্বাৰা। দৈৱ অনুভূতিক বোধ-শক্তি বা "Power of intuition"ও বোলা হয়। অদৃশ্য অজান বিৰাট শক্তিক স্বীকাৰ কৰি যিজনে তাৰ ৰূপ, ৰস, গন্ধৰ স্বাদ বিচাৰি মনেৰে ব্যগ্ৰ হৈ পৰে আৰু ৰহস্যৰ কঁৰলীৰ আঁৰে আঁৰে অসীম শক্তি এটাৰ উৎস বিচাৰি পায় তেওঁৱেই হ'ল ৰহস্যবাদী। এই অসীম আৰু বিৰাটৰ লগত ৰহস্যবাদী আৰু অতীন্দ্ৰিয়বাদী কবিৰ সম্পৰ্ক নিচেই ওচৰ চপা। নকলেও হ'ব যে অতীন্দ্ৰিয়বাদ আৰু ৰহস্যবাদৰ মোহনা একেটাই, সিহঁত সেই মোহনাৰ দুটি যুঁতিহে মাত্ৰ। সেই মোহনানো কি? সেই মোহনা হৈছে "বোধি"ৰ সহায়েৰে পৰমপদ আৰু পাৰ্থিৱ জগতখনৰ সৈতে একাত্মবোধ উপলব্ধি কৰি কবিয়ে "আদিহীন অন্তহীন" এক জ্যোতিৰ্ময় সত্তাৰ অনুভৱ নিজৰ ভিতৰতে কৰে। কবিয়ে তেতিয়া নিজৰ অন্তৰত ভগৱানৰ বিশ্বৰূপ দেখা পায়।

"তোমাত হৃদয় মোৰ
মোৰ আৰু তনু হিয়া ৰাখিছা প্ৰকাশি।"

সীমিত পৰিবেশৰ ভিতৰত থকা কবিয়ে এই অসীম শক্তিটোৰ যেতিয়া স্বৰূপ অন্বেষণ কৰিব লগা হয় তেতিয়া কবিৰ উপলব্ধিৰ জগতখনত উথল মাথল লাগে আৰু তেওঁৰ মনে অসীমৰ পিনে ঢাপলি মেলিব বিচাৰে। এক অৰ্থত আমি হিন্দুৰ দৰ্শন-শাস্ত্ৰকো অতীন্দ্ৰিয়বাদ আখ্যা দিব পাৰো। অদৃশ্য, অব্যক্ত এক অসীম, বিৰাট শক্তিৰ কল্পনা হিন্দুৰ দৰ্শন-শাস্ত্ৰতো আছে। তদুপৰি ভগৱানৰ প্ৰতি আমাৰ যি প্ৰেম সেই প্ৰেম পঞ্চ ইন্দ্ৰিয়ৰ দ্বাৰা স্থায়ী কৰা সম্ভৱপৰ নহয়—হিন্দুৰ দৰ্শন শাস্ত্ৰই তাকে কয়। ইয়াক গভীৰ আৰু স্থায়ী কৰি তুলিবলৈ হলে আধ্যাত্মিক চিন্তাৰ আৱশ্যক হ'ব।

সেই আধ্যাত্মিক চিন্তাই সদায় পৰমাত্মাৰ সন্ধান বিচাৰে আৰু অসীমৰ ফালে গতি কৰে। এই গতিয়ে কামনা-বাসনাৰ বন্ধন নামানে। কামনা-বাসনাত মোহাচ্ছন্ন মানৱাত্মাই চিৰ সুন্দৰৰ ৰূপ বিচাৰি নাপায়, বৰঞ্চ সেই কামনাতুৰ প্ৰেমৰ মূল্য পাৰ্থিৱ জগতত আবদ্ধ হৈ পৰে।

কামনাৰ তলতীয়া
কামনাত মতলীয়া
সেই প্ৰেম মহাপৰাধীন
ইন্দ্ৰিয় ভোগৰ।

তাৰ পৰিবৰ্তে ৰহস্যবাদী কবিয়ে এনে ধৰণেহে "পৰম জনক" উপলব্ধি কৰে।

সকলো তুমিয়েই নাথ
জগতত দেখিছো যিমান।

মৰণৰ পিছতো যেন কবিয়ে "অপূৰণ কৰমৰ ভাৰ বান্ধি লৈ" এইখন দেশৰে সেৱা কৰিব।

তেওঁ কৈছে—

নদী হৈ পখালিম
তুখনি চৰণ নিতে
মাটি হৈ মিলিম বুকুত। ইত্যাদি

কবিৰ মনত এই তৃতীয়া দেশখনেই এখন "পুণ্যতীৰ্থ", এখন শান্তিৰ সৰগ। সেই কাৰণে কবিয়ে মৃত্যুৰ পিছতো এইখন দেশতে পৰজন্ম লব খোজে—

মৰিলে পুনৰ আহি
তৃতীয়া দেশতে মোৰ
লওঁ যেন পুনৰ জনম।

এয়ে কবিৰ কামনা। মৃত্যুৰ পিছতো কবিয়ে এইখন দেশৰহে সেৱা কবিবলৈ বিচাৰে। স্বদেশ প্ৰেমৰ এনে দৃষ্টান্ত অসমীয়া সাহিত্যত বাস্তৱিকতে বিৰল।

ৰবীন্দ্ৰনাথৰ দৰে নলিনী কাব্যতো "জন্মান্তৰবাদ" প্ৰকাশ পাইছে। আত্মা যে মৰণশীল নহয়, ই অবিনশ্বৰ, এই কথা ৰবীন্দ্ৰনাথে কেইবাটাও

কবিতাত কৈছে। পূৰ্বজন্ম, ইহজন্ম, পৰজন্মৰ দ্বাৰা এই পৃথিৱীলৈ মানৱৰ এটা চিৰন্তন সোঁত বৈ আছে—

সেই পৰমশক্তিক আত্মাই বিচাৰি ফুৰোঁতে এক গভীৰ অনুভূতিয়ে কবিৰ সূক্ষ্ম মনত আলোড়ন তোলে; এই অপাৰ্থিৱ তৃষ্ণাই অন্তৰত দোলা দিয়ে; পাৰ্থিৱ জগতৰ সকলো বস্তুতে সত্য-শিৱ-সুন্দৰৰ স্বৰূপ দেখা পায়; তেতিয়া তেওঁলোকে গছকত পৰা বাটৰ তৃৰবিৰনৰ পৰাও একোখন স্বৰ্গৰ বতৰা পায়।

বাটৰ তৃৰবিৰন গছকত পৰা,
তাৰো এটি পাতে দিয়ে স্বৰ্গৰ বতৰা।

(বেজবৰুৱা)

একো একোখন ধুনীয়া মুখে ভগৱানৰ সৌন্দৰ্যকহে সোঁৱৰাই দিয়ে বুলি কৰি ৱৰ্ডছৱৰ্থেও কৈছে। 'Every beautiful face reminds me the beauty of God.' তেওঁৰ দৃষ্টিত জগতৰ সকলো বস্তুৱেই সুন্দৰ; তাতেই তেওঁ চিৰসুন্দৰক দেখা পাইছে। ৰূপৰ পূজাৰী Keats-য়েও কৈছিল—"সত্যই সুন্দৰ আৰু সুন্দৰেই সত্য।"

নলিনীবালা দেৱীয়ে অন্তৰৰ অসীম সৌন্দৰ্যৰ কথা ব্যক্ত কৰি ভগৱন্তৰ ওচৰত আত্ম সমৰ্পণ কৰিছে। কৃষ্ণকান্ত সন্দিকৈদেৱে সেই কাৰণে নলিনীবালাৰ "সন্ধিয়াৰ সুৰ"ৰ কবিতাবিলাকক পোন প্ৰথমে অতীন্দ্ৰিয়বাদী আখ্যা দিয়ে। "পৰম-তৃষ্ণা" নামৰ কবিতাটিত নলিনীবালাই সমগ্ৰ বিশ্বসৃষ্টিৰ মাজত এক অবিনশ্বৰ আত্মাৰ সন্ধান পাইছে। ইয়াত তেওঁৰ মনৰ সৌন্দৰ্য-তৃষ্ণা ব্যাপকভাৱে ওলাই পৰিছে। তাত তেওঁ কৈছে—

দূৰণিৰ পক্ষীজাক মিলি যায় দিগন্তত
মাতি যায় আকুল সুৰত।
প্ৰতিধ্বনি বাজে সুদূৰত
জীৱন লহৰী মোৰ পিঞ্জৰাৰ পক্ষীটিও
মিলি যাব খোজে অনন্তত
অসীমৰ অচিন বাটত।

অৰ্থাৎ দূৰণিৰ আকাশলৈ উৰি যোৱা পক্ষীজাক দিগন্তত মিলি গৈছে আৰু কবিৰ বন্দী আত্মাক যেন পখীজাকে সোঁৱৰাই দিছে—

অ' মোৰ পৰম প্ৰিয়! তুমি ক'ত, তুমি ক'ত, তুমি ক'ত?

এই অপাৰ্থিৱ পৰম তৃষ্ণাৰেই হ'ল তেওঁৰ কবিতাৰ মূলবস্তু। সীমিত পৰিসৰৰ ভিতৰত মানুহৰ জীৱনৰ চিৰন্তনতা আবদ্ধ হৈ থাকিব নোৱাৰে। অদৃষ্টবাদী ভাৰতীয়ই পৰজন্ম আৰু পূৰ্বজন্মক গভীৰভাৱে বিশ্বাস কৰে। এটা জীৱনৰ কৰ্মৰ পৰিণতি আন এটা জীৱনতো পোৱা যায়; গতিকে ইয়াত মুক্তিৰ প্ৰশ্ন উঠিব নোৱাৰে। গীতাত কৰ্ম অবিহনে একোৱেই নাই বুলি ভগৱান শ্ৰীকৃষ্ণই সখা অৰ্জুনক বহুবাৰ সকীয়াই দিছে। গীতা, ভাগৱত, উপনিষদ আদি ধৰ্মগ্ৰন্থৰ দ্বাৰা আশাবাদত উদ্বুদ্ধ হৈ নলিনী কবিয়েও মানুহক সোঁৱৰাই দিছে—

মানুহ জীৱন এটি
অখণ্ড ৰবম সোঁত
মহালীলা মহাপ্ৰকৃতিৰ।
(অসীম জীৱন)

কৰ্ম বা আদৰ্শৰ দ্বাৰাই মানুহৰ শ্ৰেষ্ঠতা ফুটি উঠে। ঠিক সেইদৰেই ধৰ্মীয় মনোভাৱ গ্ৰহণ নকৰাকৈ ভগৱানৰ ওচৰত আত্মসমৰ্পণ কৰিলেও ভগৱানক পোৱা যায় বুলি তেওঁ অনুমান কৰে। "পুতলী", "দীপশিখা", "ধ্যেয়" আদি কেইবাটাও কবিতাত তেওঁ ধৰ্মৰ অনুশাসন মানি নচলাকৈ স্ৰষ্টাৰ নিচেই ওচৰ চাপি গৈছে। কেৱল কল্পনা আৰু ধ্যানেৰেই তেওঁ স্ৰষ্টাৰ ৰূপটি অঙ্কন কৰি "আপোন প্ৰেমত আপুনি মগন" (চন্দ্ৰকুমাৰ: বিশ্বভাৱৰীয়া) হৈছে।

জীৱনৰ সাৰ্থকতা সেইখিনিতেই; কিয়নো তেওঁ ধ্যানৰ দ্বাৰাই পৰম পদৰ সান্নিধ্য লাভ কৰি পাৰ্থিৱ জগতৰ ভোগ-বিলাস ঐশ্বৰ্য্য-বিভূতি এই সকলোবিলাকৰে নিৰৰ্থকতা প্ৰতিপন্ন কৰি কৈছে—

পাৰ্থিৱৰ বিলাসিতা নিতৌ যোগাই
অভিলাষ পাৰেনে পুৰাব?

ৰহস্যবাদী কবিসকলৰ সাংসাৰিক জীৱনটোৰ প্ৰতি অকণো আস্থা নাই। বাস্তৱৰ নিষ্ঠুৰতাই তেওঁলোকৰ অন্তৰ ক্ষুব্ধ কৰি তোলে। সেই কাৰণেই তেওঁলোকে বাহ্যিক আড়ম্বৰ ভাল নাপায়। বাহ্যিক পূজা-পাতলতো তেওঁলোকৰ আস্থা নাই—

নালাগে জলাব আৰু
মাটিৰ প্ৰদীপ
অভিনয় মিছা আৰতিৰ।

তেওঁৰ মতে অন্তৰেৰে পৰম পুৰুষৰ পূজা কৰাটোহে আচল পূজা। তাৰ দ্বাৰা সত্যৰ উপলব্ধি হয়, জ্ঞানজ্যোতিৰ আভাই অন্তৰ পুলকিত কৰে; বিন্দুত সিন্ধুৰ দৰ্শন হয়। কবিৰ আত্মাই অসীমৰ পম খেদি হাবাথুৰি খায়। লোভ-মোহ, কামনা-বাসনাৰ মাজত কবি তেতিয়া আৰু আবদ্ধ হৈ নাথাকে। "চিৰসুন্দৰৰ" ৰূপ অন্তৰবেদীত থাপনা পাতি কবিয়ে অৰূপৰ বন্দনা গায়—কাৰণ কবিৰ মনৰ সৌন্দৰ্য্য-তৃষ্ণা কেৱল ক্ষণভঙ্গুৰ পাৰ্থিৱ জীৱনটোৰ বাবেই নহয়—

ৰূপ-তৃষ্ণা চিৰসুন্দৰৰ। (পৰমতৃষ্ণা)

কবিৰ এই চিৰসুন্দৰৰ প্ৰতি সন্ধানী মনটো পাৰ্থিৱ জগতৰ সুখ, দুখ, বিৰহ-বিষাদ, কামনা, বাসনা, লোভ-মোহৰ পৰা আঁতৰত থাকিলেও; তেওঁৰ কাব্যত্তো সাংসাৰিক দুখ দৈন্য, ব্যৰ্থতা-বিষাদৰ সুৰ প্ৰকাশ নোপোৱাকৈ থকা নাই। তেওঁ এদিন কামনাৰ সাগৰত ককবকাই ফুৰিছিল, কিন্তু তেওঁৰ সেই কাম-মোহ ক্ষণস্থায়ী, নিষ্ঠুৰ কালে তেওঁৰ অন্তৰৰ পৰা সকলোবিলাক কাঢ়ি নিলে। তথাপিও আশাবাদী কাব্য-ভাৰতীয়ে ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ দৰে দুখৰ মাজতো সুখৰ পোহৰ এচেৰেঙা পাওঁ বুলি উদ্বাউল হৈ পৰে। "পুতলী"ত তেওঁ কৈছে—এটা জীৱনত দুখ-কষ্ট কৰিলে পিছৰ জীৱনত সুখ নিশ্চই পোৱা যায়। ভাৰতীয় দৰ্শনৰ জন্মান্তৰবাদেও কবিৰ ওপৰত প্ৰভাৱ পেলাইছে—

পোৱা যদি নৱ জীৱনত
সুখময় মিলন বাঞ্ছৰি।

শ্বেক্সপীয়েৰেও এই সংসাৰখনক এখন "অভিনয়-মঞ্চ" বুলিহে আখ্যা দিছে; য'ত প্ৰাণীয়ে কেৱল নতুন নতুন ভাও দিয়ে আৰু অলপ সময় থাকি আঁতৰি যায়। নলিনীবালাইও "নাটঘৰত" কৈছে—

জীৱন-নাটৰ ভাও কতনো কৰিলো শেষ
কৰি গলো কত অভিনয়।

বাস্তৱৰ নিৰ্মম অভিজ্ঞতাই কবিৰ জীৱনক বিব্ৰত কৰি তুলিলেও কবি হতাশ হৈ যোৱা নাই; বৰঞ্চ আনন্দৰেই সুৰ পাতি লৈছে। তেওঁৰ মতে মৃত্যু চিৰন্তন; 'আচলঘৰ' পোৱাৰ একমাত্ৰ পথ কেৱল 'মৃত্যুপথ'—য'ত জৰা, মৃত্যু, ৰোগৰ যাতনা নাই। ৰবীন্দ্ৰনাথৰ মতে মৰণ 'ভগৱান' স্বৰূপ আৰু নলিনীবালাৰ মতে মৰণ অমৃত্ত তুল্য—

জীৱন পাৰৰ সুখৰ সপোন
মৰণ অমিয়া মিলন সেতু,
অভিশপ্ত এই জীৱনত মোৰ
উৰোৱা তোমাৰ মঙ্গল কেতু।

মৰণৰ পিছতহে ৰহস্যবাদী কৱিয়ে পৰমাত্মাক পোৱা যায় বুলি বিশ্বাস কৰে। সীমাৰ মাজত থাকিয়েই কৱিয়ে যেতিয়া অৰূপৰ অসীম অনুভূতি লাভ কৰে তেতিয়া যেন ভগৱানৰ লগত কৱি অভিন্ন হৈ পৰে—বিশ্বকৱি ৰবীন্দ্ৰনাথৰ মতে—

সীমাৰ মাঝে অসীম তুমি
বাজাও আপোন সুৰ,
আমাৰ মাঝে তোমাৰ প্ৰকাশ
তাই এত মধুৰ।

এইভাবে কৱিৰ অন্তৰত পৰমাত্মাৰ লগত একাত্মবোধ জগাই তোলে। তেতিয়া অন্তৰত উথলি উঠা অহংভাব ক্ষন্তেকতে নিঃশেষ হৈ যায়—

তোমাৰ আমাৰ মিলন হলে সকল যাবে খুলে
বিশ্ব সাগৰ ঢেউ খেলিয়ে উঠবে তখন দুলে। (ৰবীন্দ্ৰনাথ)
কোনো কালে তুমি মই
কোনো ৰূপে হোৱা নাই ভিন। (নলিনীবালা : সমাধি)

অতীন্দ্ৰিয়বাদী কৱিৰ জীৱনৰ বা কাব্যৰ সাৰ্থকতা এইখিনিতেই ওলাই পৰিছে। ভগৱানৰ লগত নিজকে মিলাই দি কৱিয়ে যেনেকৈ পৰম আনন্দ পায়, ঠিক সেইদৰেই শিশুৰ অবয়ৱতো কৱিয়ে ভগৱানৰ বিশ্বৰূপ দেখা পাইছে। উপৰিয়েই শিশুৱে সংসাৰৰ ক্ৰুৰ-কুটিলতা নৈ নাহে, বৰঞ্চ ভগৱানৰ অমৃতবাণীহে বহন কৰি আনে। নলিনীবালাই কৈছে—শিশুৰ কান্দোনতো "ত্ৰিদিবৰ পবিত্ৰ সঙ্গীত" (মহাশিশু) হে বাজি উঠে। ৱৰ্ডছৱৰ্থেও শিশুৰ মনত স্বৰ্গখনক দেখা পাইছিল। কাৰণ শিশুৰ তেতিয়া হিংসা, দ্বেষ, ঈৰ্ষা, লোভ, মোহ আদি নাথাকে। শিশু ক্ৰমাম্বয়ে ডাঙৰ হৈ অহাৰ লগে লগে সেই স্বৰ্গীয় গুণ লোপ পাই যায়; তাৰ পৰিবৰ্তে কলুষ কালিমাই সিহঁতৰ মনত প্ৰভাৱ পেলায়—তেতিয়াই স্বৰ্গীয় গুণ এৰিব লগা হয় আৰু যেতিয়া শিশু মানুহত পৰিণত হয়।

এই অসীমের প্রতি আকুল আহ্বান পূর্বজন্ম-পরজন্মের প্রতি অটল বিশ্বাস, অনন্তের মিলনের আকাঙ্ক্ষা আর ভগবানের ওচরণে আত্মসমর্পণেই নলিনী-কাব্যের মূল বিষয়বস্তু হলেও সাংসারিক দুখ-দৈন্য বিরহ-বিষাদের টুকরো, জীবনের কথা কেইবাটাও কবিতাতে প্রকাশ পাইছে।

# নলিনী-কাব্যৰ সুৰ

## (ক)

ড° কালীচৰণ দাস

ভাৰতীয় দৰ্শনত আধ্যাত্মিক ভাৱৰ প্ৰাধান্য, আত্ম-জ্ঞান আৰু ঈশ্বৰ-প্ৰাপ্তিৰ আকুলতা যিদৰে সংসাৰ-বন্ধন আৰু দুখ-দুৰ্গতিৰ অৱসানকল্পে মুখ্য উপায়স্বৰূপে সন্নিবিষ্ট হৈছে, একেদৰেই কবি নলিনীবালা দেৱীৰ সত্য-সুন্দৰৰ সাধনা আৰু কাব্যিক চিন্তাই আধ্যাত্মিক চেতনা আৰু আন্তৰিক বেদনাৰ পৰা নিজৰিবলৈ আৰম্ভ কৰে। ৰহস্যবাদ বা অতীন্দ্ৰিয়বাদক বিভিন্ন লেখকে দৃষ্টিকোণভেদে বেলেগ বেলেগভাৱে বৰ্ণনা কৰিছে। এক পৰম সনাতন সত্তাৰ ওপৰত অটল বিশ্বাস ৰহস্যবাদৰ এক প্ৰধান বৈশিষ্ট্য। এইবাবে বহুতে ৰহস্যবাদক একপ্ৰকাৰ ধৰ্ম বুলি আখ্যা দিছে। দৰ্শনৰ অভিধানতো ৰহস্যবাদক মুখ্যতঃ একপ্ৰকাৰ ধৰ্ম বোলা হৈছে, যি ৰহস্যবাদীক পৰম সত্তাৰ সৈতে প্ৰত্যক্ষ আৰু ঘনিষ্ঠ সান্নিধ্যৰ চৈতন্য প্ৰদান কৰে, আৰু সেই সত্তাৰ সাৰ্বিক সন্নিবেশ, স্বকীয় সত্তাৰ সৈতে অচ্ছেদ্য সংযোগ আৰু সান্নিধ্যৰ নিবিড় চেতনা জগাই তোলে, সেয়ে ৰহস্যবাদী ধৰ্ম। এনে ধৰ্মক ৰহস্য ধৰ্ম (mystery religion) বুলি অভিহিত কৰা হৈছে। মধ্যযুগীয়া একহাৰ্ট (Eckhart M.), টেৰেছা (Teressa) নাইবা নিওপ্লেটনিক ধৰ্মীয় দৰ্শন, ডায়োনিছাচ (Dionysius) আদিৰ ধৰ্মীয় বিশ্বাসক ৰহস্যবাদী বোলা হৈছে। কালক্ৰমত ৰহস্যবাদে এনে সংকীৰ্ণ অৰ্থৰ পৰা ব্যাপক অৰ্থত ব্যৱহাৰ হবলৈ ধৰে। ৰহস্যবাদী অনুভূতি, দৃষ্টিভংগী আৰু ভাবাবেগে কেৱল ধৰ্মীয় বিশ্বাসতে আবদ্ধ নাথাকে, এই মনোবৃত্তিয়ে মানৱ জীৱনৰ চিন্তা, কলা, কৰ্মপদ্ধতি আৰু বিবিধ ক্ৰিয়া-কলাপৰ যোগেদিও অভিব্যক্তি লাভ কৰে। Dean Ingeৰ কথাত ৰহস্যবাদ এনে এক মানসিক চিন্তা বা অনুভূতি যি চিৰন্তনৰ মাজত কালিক বা

পাৰ্থিব বস্তুৰ অন্তৰ্বৰ্তিতা আৰু পাৰ্থিব বা কালিক বস্তুৰ মাজত চিৰন্তনৰ অন্তৰ্বৰ্তিতা উপলব্ধি কৰিবলৈ তৎপৰ হয়। গতিকে এনে অনুভূতি বা দৃষ্টিভংগী অকল ধৰ্মৰ ক্ষেত্ৰতেই আবদ্ধ নাথাকে। এই দৃষ্টিভংগী মানৱীয় বিভিন্ন কৰ্মক্ষেত্ৰ আৰু আচৰণৰ মাজত প্ৰকট হোৱাটো স্বাভাবিক কথা। তুলনাত্মক ধৰ্মমীমাংসাৰ লেখক এগৰাকীয়ে সকলোপ্ৰকাৰ ৰহস্যবাদৰ তিনিটা প্ৰধান লক্ষণহে উল্লেখ কৰিছে। প্ৰথম লক্ষণ—এক চিৰন্তন পৰম সত্তাৰ ওপৰত বিশ্বাস। দ্বিতীয়তে, বিশ্বজগতৰ সকলো বস্তুতেই সেই সত্তাৰ সৰ্বব্যাপি অন্তৰ্বৰ্তিতা (immanence) আৰু তৃতীয়তে, ব্যক্তিগত অন্তঃপ্ৰজ্ঞা আৰু দৈৱী আনুভূতিক প্ৰেৰণাৰে সেই পৰম সত্তাৰে সৈতে সাত্ত্বিক যোগাযোগ আৰু প্ৰত্যক্ষ সান্নিধ্য লাভ। ৰহস্যবাদীয়ে বহিৰ্বিশ্বৰ সামগ্ৰিক আৰু গুটীয়া ৰূপত সত্য, শিৱ আৰু সুন্দৰৰ বিভূতি আৰু বিভিন্ন সমাবেশ উপলব্ধি কৰি সমদৰ্শী, সত্যান্বেষী আৰু সৌন্দৰ্য-সাধনাত অনুৰক্ত হয়।

কবি নলিনীবালা দেৱীৰ ৰহস্যবাদী ভাৱধাৰাৰ ক্ৰমবিকাশত তিনিটা স্তৰ পৰিলক্ষিত হয়। এই স্তৰ তিনিটা স্তৰত লেখিকাৰ ক্ৰমোবৰ্ধিত বয়স আৰু জীৱনৰ অভিজ্ঞতাৰ সমৃদ্ধি আৰু পৰিপক্কতাৰ অনুৰূপে বিৱৰ্তিত হোৱা যেন লাগে। এই কথাৰ সমৰ্থনত কবিগৰাকীয়ে 'অন্তিম-সুৰ'ৰ আগকথা হিচাপে লিখা 'মন্দাকিনীলৈ এষাৰ' শীৰ্ষক কথাখিনিৰ পৰা কেইফাকিমান উদ্ধৃতি দিয়া হল :

'কবিয়ে নেজানে কিয় কবিতা লিখে। সময়ৰ পৰিবেশে কবিৰ মনত ভাবৰ কঁপনি তোলে আৰু তাৰ আলমতে কবিতাৰ সৃষ্টি হয়। দেশৰ নানান পৰিবেশত লিখা সময়ৰ সোঁতত সৃষ্টি হোৱা ভালেখিনি কবিতাৰ ফাকত গোট খালে। ল'ৰালি কালৰপৰা কবিতাই লগ লৈছিল যদিও জীৱনৰ আগছোৱাত লেখনিত যতি পৰে। ১৯২৮ চনত মোৰ প্ৰথম কবিতাৰ পুথি 'সন্ধিয়াৰ সুৰ' প্ৰকাশ হয়। তাৰ পিছত 'সপোনৰ সুৰ', 'পৰশমণি', 'যুগদেৱতা', 'জাগৃতি', 'অলকানন্দা' নামৰ ছয়খনি কবিতাৰ পুথি প্ৰকাশ হয়। সিঁচৰতি হৈ থকা কবিতাবোৰ গোটাই শেষ জীৱনৰ কাব্যৰ সোঁতটিক 'মন্দাকিনী' নাম দি বাইজৰ আগলৈ আগ বঢ়াবলৈ মন কৰিলোঁ।

ভৰ যৌৱনতেই ১৯১৬ চনত স্বামীৰ অকাল বিয়োগত বৈধব্যৰ বিৰহ-

বেদনা বুকুত লৈ স্বামীগৃহ ত্যাগ কৰি পিতৃহাৰা সন্তানকেইটি লগত লৈ নিজৰ পিতৃগৃহত আশ্রিতা হবলগীয়াত পৰে। ইয়াৰ অলপ পিছতেই দুটি পুত্র-সন্তানৰ আকস্মিক বিয়োগ হোৱাত বৈধব্যৰ নির্যাতন আৰু পুত্রশোকৰ কুকুৰা জুয়ে কবিৰ জীৱন অত্যন্ত অভিভূত কৰি তোলে। এনেবোৰ অপ্রত্যাশিত দুর্যোগ আৰু বিৰহ-বিষাদৰ তীব্রতাই কবিৰ অন্তৰ দুখ আৰু পার্থিব নশ্বৰতাৰ দুর্বহ অভিজ্ঞতাই তীব্র অশান্তি আৰু বিহ্বলতাই ব্যাকুল কৰে। এনে বাহ্যিক আৰু মনোগত পৰিবেশ আৰু পৰিস্থিতিয়ে কবিৰ কোমল প্রাণৰ চিন্তা আৰু আবেগ-অনুভূতিক পাৰমার্থিক সন্ধানৰ প্রতি অনুপ্রাণিত কৰি তোলে। মানসিক এনে প্রতিক্রিয়াই সাত্বিক উন্নয়ন আৰু সযুক্তিকীকৰণ সাধিলে, তাৰ পৰাই কবিৰ নৈষ্ঠিক আৰু সবল প্রাণৰ চিন্তা-কল্পনাই কাব্যিক অভিব্যক্তিৰ পথত গতি কৰিলে। প্রথম স্তৰত 'সন্ধিয়াৰ সুৰ', দ্বিতীয়তে 'সপোনৰ সুৰ' আৰু শেষ পর্যায়ত 'অন্তিম সুৰ' কবিৰ ৰহস্যবাদী কবিতাৰ তিনিটা পর্যায় বুলিব পাৰি।

কবিৰ জীৱনৰ সন্ধিয়া শোক-বিৰহৰ এটি নিৰানন্দ অৱস্থা।

বেলিৰ জেউতি সোঁ বুৰ গল সাগৰ বুকুত,
এন্ধাৰ ঘনাই আহে বিষাদৰ কালিমা ৰূপত।
নিমেষত আঁতৰিল—
পুৰঁতীৰ অলীক সপোন,
ডাৱৰে ধৰিলে ছাটি—
প্রভাতৰ সোণালী কিৰণ। (অনাহূত)

বিৰহ-বেদনাৰ কালিমা ঘনীভূত হৈ অকালতে আকস্মিকভাৱে মহিলা কবিৰ জীৱনৰ সন্ধিয়া নমাই আনি অন্তৰত যি আকুল স্পন্দন হল সেই গভীৰ আবেগ অনুভূতিয়ে যি কাব্যিক অভিব্যক্তি দিলে, সি পর্বতীয়া নিজৰাৰ দৰে ক্ষিপ্র হলেও শিলনি-বননিৰে বাধাগ্রস্ত হৈ স্থান বিশেষে অনিয়মিত বেগেৰে অগ্রসৰ হৈছে। চিৰন্তন সত্য-সুন্দৰৰ প্রতি আকুলতা আৰু একাগ্রতাৰে আত্ম-নিবেদন আৰু আত্ম-সমর্পণ কৰাৰ অভিপ্রায় থাকিলেও পার্থিব কামনা, বেদনা আৰু শোক-মোহৰ ঘাত-প্রতিঘাতবোৰে ঘনাই বাধা দিয়া পৰিলক্ষিত হয়। তাৰ মাজতেই কবিৰ আধ্যাত্মিক চেতনা আৰু ভগৱৎ-ভক্তিৰ দৃঢ়তা আৰু মানসিক সংকল্পই সেই অন্তৰায় ঠেলি অগ্রসৰ হবলৈ চেষ্টা কৰিছে। মানসিক অনিশ্চিতি, সংশয় আৰু নিৰাশা-প্রত্যাশাই

আধ্যাত্মিক জিজ্ঞাসা আৰু মঙ্গলময়ৰ পিনে অনুধাৱমান সত্তিয়াৰ সুক্ষ্ম অৱস্থাভেদে ম্লান হোৱা যেন লাগে। কবিৰ প্ৰাণত সাংসাৰিক বন্ধন আৰু আসক্তিৰ বাবে খেদ হৈছে :

ভুৱা এই হাঁহি খেলা
ধূলিৰ ধেমালি
থন্তেকীয়া নৰভৰ প্ৰীতি।
যুগমীয়া বুলি এই
অথিৰ জীৱন
যতনেৰে ধৰিছো সাৰটি। (ভাগকৰা)

আনকালে পৰম সত্তাৰ সৈতে একাত্মবোধে সাংসাৰিক কামনা আৰু মোহৰ ভুৱা বন্ধন খণ্ডন কৰাত সহায় হৈছে :

তুমি জ্যোতি মই ৰেণু
হে অৰূপ। ৰূপৰ আলয়,
অনুৰূপে অনাদিত
তোমাতেই লীন হমগৈ। (সমাধি)

আত্ম-সমৰ্পণ আৰু অহমিকা-মমতা নিৰাকৰণ সম্পূৰ্ণ কৰিবলৈ কবিয়ে পূৰ্ণ সংকল্প গ্ৰহণ কৰিছে। চিৰ-সুন্দৰৰ প্ৰতি জীৱন জোৰা যি সাধনা আৰম্ভ হৈছে, তাৰ পূৰ্ণ পৰিণতি মৃত্যুৰ লগতে পূৰ্ণ আৰু সাৰ্থক হব বুলি কবিয়ে আশা ৰাখিছে :

নিবেদিত অৰ্ঘ্য মোৰ
পূৰ্ণ হব হে পূৰ্ণ! তোমাত।
চিতাগ্নি হোমাগ্নি হব,
সমীৰণ মলয় চন্দন;
সিদিনা সাৰ্থক হব
পূৰ্ণ অৰ্ঘ্য পূৰ্ণ ই জীৱন। (শেষ অৰ্ঘ্য)

প্ৰকৃতি ৰাজ্য অসীম পৰম সত্তাৰ নিৰ্ধাৰিত নীতিৰে যিদৰে পৰিচালিত হৈছে, মানুহৰ মনোৰাজ্যৰ আনবোৰ কথাবো তেনে কেতবোৰ নীতিৰেই অপৰিবৰ্ত্তিতভাৱে চলিছে। কবিৰ মানত বিশ্বজগতৰ সকলো ক্ষেত্ৰতেই অসীম অনাদিৰ সত্তা অন্তৰ্বৰ্ত্তী স্বৰূপে বিৰাজ কৰিছে। পতিকে বিৰাট

বিশ্বৰ সৰ্বব্যাপী নিয়ন্ত্ৰক নীতিৰ ওপৰত কবিয়ে বিশ্বাস কৰে। সেয়ে তেখেতে লিখিছে—

অসীম বিশ্বৰ নীতি
কোনে তাক পাৰে ওলোটাব ?
অসীমৰ বন্ধা ৰীতি—
অসীমত সমাধি লভিব॥ (পাহৰা সপোন)

'সন্ধিয়াৰ সুৰ'ত কবিৰ কল্পনা ৰাজ্যত যি অন্তৰ্দ্বন্দ্বৰ সৃষ্টি হৈছে তাৰ সংশ্লেষণ আৰু সমাধানস্বৰূপে ভাৰতীয় দৰ্শন আৰু উপনিষদীয় বাণীৰ সৈতে থকা কবিৰ পৰিচয় মন কৰিবলগীয়া। সংসাৰ-চক্ৰ ঘূৰ্ণাৰ কৰ্মফল, মানৱ প্ৰাণৰ অতৃপ্ত তৃষ্ণা পাৰ্থিব সুখৰ কাৰণে নহয়, এই পবিত্ৰ তৃষ্ণা চিৰ-সুন্দৰৰ সৈতে মিলনৰ তৃষ্ণাহে। কৰ্মফলত বিশ্বাসী কবিয়ে লিখিছে :

কতবাৰ জনমিলোঁ তোমাৰ কোলাতে
গৈছিলোঁ আকৌ উভতি ;
অপূৰণ কৰমৰ ভাৰ বান্ধি লৈ
ঘূৰি ঘূৰি আহিলোঁ উভতি।

দূৰণিত উৰি যোৱা পখীজাকৰ ব্যস্তভাৱ দৃশ্যই কবিৰ অন্তৰাত্মাতো অসীমৰ সৈতে মিলি যাবলৈ জীৱনপিঞ্জৰাৰ পৰা মুক্তি বিচাৰে।

মোৰো এই পিঁজৰাৰ অশান্ত পখীটি দেখো
মিলি যাব খোজে অনন্তত
অসীমৰ অচিন বাটত।

মানুহৰ অন্তৰনিহিত অতৃপ্ত অদম্য সুখৰ আশা আৰু সৌন্দৰ্যৰ লিপ্সা ক্ষণিক আৰু পাৰ্থিব নহয়; ই পাৰমাৰ্থিক চিৰ-সুন্দৰৰ সৈতে মিলনৰ অদম্য আগ্ৰহ। কবিয়ে লিখিছে :

মানুহৰ হৃদকুৰ
অসীম সৌন্দৰ্য্য তৃষা
সুখ আশা হেঁপাহ বুকৰ ;
নহয় ; ই নশ্বৰ,
পল্লেকীয়া জীৱনৰ,
সুখ আশা পৰম পদৰ
ৰূপ তৃষা চিৰ সুন্দৰৰ। (পৰম তৃষ্ণা)

একে সত্তাকেই উপনিষদৰ মহৰ্ষি যাজ্ঞবল্ক্যই মৈত্ৰেয়ীক কৈছিল ঃ

অয়মাত্মা সৰ্বেষাং ভূতানাং মধু। অস্যাত্মনঃ সৰ্বাণি ভূতানি মধু। যশ্চায়মস্মিন্নাত্মনি তেজোময়োমৃতময়ঃ পুৰুষোয়মেব স যোয়মাত্মা ইদমমৃতম্। ইদং ব্ৰহ্ম। ইদং সৰ্বম্॥ (বৃহদাৰণ্যক উপনি)

অৰ্থাৎ, এই আত্মাই সকলো প্ৰাণীৰ বাবে মৌ। তেনেকৈ সেই আত্মাৰ কাৰণে প্ৰাণীমাত্ৰেই মধু (প্ৰিয়)। আৰু সেই আত্মনিহিত যি জ্যোতিময় শাশ্বত তেৱেঁই আত্মা। তেৱেঁই অমৰ। তেৱেঁই ব্ৰহ্ম। তেৱেঁই সকলো। জীৱাত্মা আৰু পৰমাত্মাৰ মিলন হলেই সকলো কামনা-বাসনাৰ শেষ হব।

মানুহ আত্মাৰ
চৰম সমাধি হলে
জীৱন মৰণো নেথাকিব।

জীৱনৰ সন্ধিয়া পৰত আন্তৰিক আবেগ-আকুলতাৰ মাজত শাশ্বত অসীমৰ সৈতে মিলনৰ সংকল্প ললেও কবিয়ে চিত্ত-চাঞ্চল্য আৰু পাৰ্থিব সম্পৰ্ক সমূলি ছিন্ন কৰিব পৰা নাই আৰু সেইবাবেই তেখেতে অসীমৰ কৰুণা আৰু সহায় বিচাৰিছে।

জীৱনৰ বাৰ্থতাক যদি
পূৰকৈ দিয়া শেষ দিন,
মৰতত জন্ম ধৰা মোৰ
লেখৰ ই মাথো দুটি দিন,
তোমাৰ অমৃতালোকে যেন
কৰি দিয়া অনন্ত অক্ষয়। (প্ৰহৰী)

কবিয়ে অজান অজ্ঞেয় অসীমৰ সৈতে প্ৰত্যক্ষ সাক্ষাৎ পোৱা সুযোগ পোৱা নাই যদিও প্ৰাকৃতিক নানা বস্তু, চৰাই-চিৰিকতি আৰু দৈনন্দিন প্ৰাকৃতিক পৰিবেশত অজানা পৰম সত্তাৰ উপস্থিতি উপলব্ধি কৰিছে। পুৱাৰ প্ৰাকৃতিক পৰিবেশত সেয়েহে কবিয়ে সোৰকিৰণ উদ্ভাসিত অৰুণো-জ্জ্বল চিৰবাঞ্ছিত সত্তাক বৰণ কৰিছে।

কৰাহি বৰণ তুমি কৰাহি বৰণ
আহে সৌ হেমৰথ পুৱা সমীৰত,

অমৃত অৰুণৰূপে দীপ্ত মনোহৰ
মোহন অতিথি চোৰাঁ কুটিৰ দুৱাৰত। (বৰণ)

কবিৰ চিন্তা অকল আধ্যাত্মিক দিশতে আবদ্ধ নেথাকি সময়ত স্বজন-বিয়োগৰ শোক আৰু দেশ-প্ৰেমত আকৃষ্ট হোৱা দেখা যায়। 'পুতলী'ৰ সোঁৱৰণত শোকৰ কবিতা আৰু 'জনমভূমি' ভাবেই নিদৰ্শন। কলাকাৰৰ কবিতাও সুন্দৰবেই সাধনা। বৰ্ণনাৰ মাজত প্ৰকাশিত গভীৰ স্বদেশ-প্ৰেম নিতান্ত চিত্তাকৰ্ষক।

দুখীয়াৰ ভঙ্গা পঁজা
একোখনি তীৰ্থ তাত
একোখনি পুণ্যৰ আশ্ৰম,
মৰিলে পুনৰ আহি
দুখীয়া দেশতে মোৰ
লওঁ যেন পুনৰ জনম। (জনমভূমি)

কবিৰ কাব্যিক চিন্তাৰ দ্বিতীয় পৰ্যায় আৰম্ভ হয় 'সপোনৰ সুৰ'ৰ ৰচনাৰ লগে লগে। এই পৰ্যায়ৰ কবিতাৰ পৰিসৰ ব্যাপক, বিষয়-বস্তু বহুমুখী, সময়-পৰিবেশনিষ্ঠতা থাকিলেও কবিতাবোৰ ৰহস্যবাদী ধাৰণামুক্ত নহয়। 'সপোনৰ সুৰ', 'পৰশমণি', 'যুগদেৱতা', 'জাগৃতি', 'অলকানন্দা' আদি কবিতাপুথিবোৰ দ্বিতীয় পৰ্য্যায়ৰ কবিতাৰ চানেকি। 'যুগদেৱতা', 'জাগৃতি' আদি কবিতাবোৰ 'মহাজীৱনৰ মহিমা' স্তুতিসম্ভূত আৰু জাতীয় জাগৰণৰ উদ্দেশ্য-প্ৰণোদিত। যুগ প্ৰবৰ্তক পুৰুষসকলৰ স্তুতিতেই 'যুগদেৱতা' উছুৰ্গিত হৈছে। তথাপিও যুগদেৱতাৰ বন্দনা আৰু বৰ্ণনাতো ৰহস্যবাদী সুৰ প্ৰসংগভেদে সুস্পষ্ট হৈছে।

হৃদয়ৰ মণিকূট জুৰি
সুন্দৰৰ মনোহৰ পুৰী
ব্যাকুল হিয়াই কান্দে
জীৱনৰ পাৰে পাৰে
হে সুন্দৰ! তোমাকে বিচাৰি॥ (যুগদেৱতা)

এইগৰাকী মহীয়সী কবিৰ 'পৰশমণি' তুলনামূলকভাবে অধিক গভীৰ আৰু সংযত আধ্যাত্মিক চিন্তা-প্ৰসূত। উদাত্ত ভাষা-ভাৱসমৃদ্ধ 'পৰশমণি'

কবিৰ আধ্যাত্মিক উপলব্ধি আৰু ৰহস্যবাদী সুৰৰ প্ৰকৃষ্ট নিদৰ্শন। 'পৰশমণি'ৰ পাতনি প্ৰসংগত কবিয়ে লিখিছে :

'মানুহ জীৱন এটি বিস্ময় ৰহস্যময় প্ৰহেলিকা। এই জীৱন প্ৰবাহ ভেদি অশান্ত মানুহ আত্মা আগবাঢ়ে শান্তিপথৰ সন্ধানত—অনন্ত যাত্ৰা পথ বিচাৰি।'......'সত্য উপলব্ধি বা অনুভূতিৰ বস্তু। জীৱনৰ এনে মধুমুহূৰ্তত আত্ম কৰা এটি পৰম সত্যৰ সন্ধান মোৰ 'পৰশমণি'—যি পৰশমণিৰ পৰশত জীৱনে উপলব্ধি কৰিলে, 'মানুহে তপস্যা নিবিচাৰে, তপস্যাই মানুহক বিচাৰি ফুৰে।'......'অণোৰণীয়ান্ মহতো মহীয়ান্' মানৱ আত্মাই জগতৰ তপস্যা শক্তিক বিকাশৰ বাট দেখুৱাইছে। দৰ্শন, বিজ্ঞান, অণু-পৰমাণু অলৌকিক মহাশক্তিৰ সন্ধান অজ্ঞানৰ অন্তৰালৰ যৱনিকা ভেদি, বিশ্বৰ পোহৰত উদ্ঘাটন কৰিছে সত্যৰ পৰম প্ৰকাশ।' কবিৰ মানত সত্য-সন্ধানী আত্মাৰ সূক্ষ্ম শৰীৰ সংগঠিত হৈ মানুহক দ্বিজ কৰে। সত্য-সন্ধানী লোক কেইগৰাকীমানৰ জীৱন দৃষ্টান্ত পৰশমণিত সন্নিবিষ্ট হৈছে।

'পৰশমণি' গুৰিৰে পৰাই সত্য-সুন্দৰৰ সন্ধান আৰু আৰাধনামুখৰ। চিন্ময় আৰু ছন্দময় সুৰ সুশোভিত সত্য-সুন্দৰৰ পূজা আদিৰ পৰাই আৰম্ভ হৈছে।

আজি মই সুৰ গীতি ছন্দ
দীপ শিখা ধূপ-গন্ধ
আৰতি পঞ্চ-দীপ পুষ্প উপাচাৰ
মই আৰাধনা-পূজাৰিণী চিৰসুন্দৰৰ।

কবিয়ে সম্প্ৰতি বাহ্যিক প্ৰত্যক্ষৰ ব্যৰ্থতা আৰু বিধিবিহিত পূজা-অনুবিধা উপলব্ধি কৰি সমাহিত চিত্তৰ আত্ম-নিবেদনৰ সাৰ্থকতাৰ ওপৰত গুৰুত্ব দিছে।

অচঞ্চল স্থিৰ
সমাহিত শুদ্ধ অন্তৰৰ—
পূজা চিৰন্তন—
একাকাৰ জীৱন-মৰণ,
ভাষাহীন আশাহীন
আত্ম নিবেদন
এই পূজা চিৰসুন্দৰৰ।

গীতাত ভগৱান কৃষ্ণই অৰ্জুনৰ প্ৰশ্নৰ সমিধান দি কৈছিল একে কথাকেই—

শ্ৰেয়ান্দ্ৰব্যময়াদ্যজ্ঞাজ্‌জ্ঞানযজ্ঞঃ পৰন্তপ।
সৰ্বং কৰ্মাখিলং পাৰ্থ জ্ঞানে পৰিসমাপ্যতে॥ (৩৩।৪)

হে তপস্বিপ্ৰধান অৰ্জুন, দ্ৰব্য সম্ভাৰপূৰ্ণ পূজাতকৈ জ্ঞানৰূপ পূজা শ্ৰেয়। কিয়নো সকলোপ্ৰকাৰ পূজাৰ পৰাকাষ্ঠা জ্ঞানেই।

'পৰশমণি'ৰ পৰশত কবিৰ আধ্যাত্মিক চৈতন্য আৰু সাধনাই ক্ৰমে সাৰ্থকতা লাভ কৰিছে। কিয়নো সুন্দৰৰ প্ৰতি আত্মোৎসৰ্গ কৰি কবিয়ে পৰম দেৱতাৰ পৰশ উপলব্ধি কৰিছে। কিয়নো—

মোৰ প্ৰতি অঙ্গে অঙ্গে বন্দনা-স্থৰ
মূৰ্ত্ত তোমাৰ পৰশে
মুগুধ প্ৰাণৰ পাত্ৰ উপচি
উথলি উঠিছে হৰষে। (দেৱদাসী)

আকৌ—গোন্ধ-হৰিণাৰ কস্তুৰী-বাস
বিচাৰি নেপাই ব্যাকুল হতাশ
দেখ'-নেদেখাৰ জীৱনৰ পাৰে পাৰে
স্থৰৰ লহৰী উৰে। (নবচেতনা)

নতুন চৈতন্য প্ৰাণত সঞ্চাৰিত হোৱাত কবিয়ে অন্তৰত সাধনা-শিখা জলাৰ আভাস পাইছে। এই নৱজীৱনৰ অভিনৱ প্ৰেৰণাত কবিৰ সত্য-সুন্দৰৰ সাধনা তপস্যাত ঐক্যকতা আনিছে। এনে একাগ্ৰতাৰ ফলত সুন্দৰৰ পূজাৰিণী কবিয়ে অন্তৰত উপলব্ধি কৰে—

তোমাৰ স্থৰভি লাগে
জানো তুমি আছা ওচৰত
তোমাৰ ৰূপহ ছায়া
ভিলিকেছি হিয়া দাপোণত।

'পৰশমণি'ৰ শেষৰ ফালৰ কবিতাবোৰ কিছুপৰিমাণে বিক্ষিপ্ত আৰু দৃষ্টান্তমূলক। 'ছন্দজন্মত' বাল্মীকি, 'চিত্ৰলেখা' আদি কবিতাবোৰত সত্য-সুন্দৰৰ সাধকসকলৰ সাধনাৰ দৃষ্টান্ত দাঙি ধৰা হৈছে। 'ধৰাৰ দেৱতা' কবিতাত সন্ন্যাসপ্ৰবীৰ গৰিমা প্ৰকাশ কৰা হৈছে—

সত্যাশ্ৰয়ী বিবেকীজনৰ হৃদয়ৰ দেৱতা সজাগ
তৃপ্ত অন্তৰ জুৰি অমৃতৰ দিব্য অনুৰাগ।
সত্য যাৰ লক্ষ্য স্থল—কৰ্ম যাৰ জীৱন সাধনা
ধৰাৰ দেৱতা সেয়ে পান কৰে অমৃতৰ কণা।

কবি নলিনীবালাৰ কবিতাৰ অন্তিম পৰ্য্যায়ত 'অন্তিম সুৰ' বাজিছে। অনতিপূৰ্বে কবিৰ 'মন্দাকিনী' প্ৰকাশিত হওঁতেই ৰোগগ্ৰস্তা হৈ কবিয়ে কাব্য ৰচনাৰ সমাপ্তিৰ কাৰণে ব্যাকুল হয়। কবিৰ নিজৰ কথাত 'মন্দাকিনী' মুখ্য তিনি ধাৰাৰ সমষ্টি—শেষ জীৱনৰ বিদায় জাননী, নৱাগত চামৰ বাবে দেশ-প্ৰেমমূলক জাগৰণী-গীতি, শিশুৰ মাতৃত ভাৰত বন্দনা আৰু কাহিনী কবিতা। 'আকাশী মন্দাকিনীৰ স্ৰোতধাৰা শিলনিৰ মাজে মাজে সহস্ৰ ধাৰাৰে বৈ আহিছে।' দৰাচলতে 'মন্দাকিনী'য়েই কবিৰ কাব্য-ৰচনাৰ শেষ প্ৰচেষ্টা। সিঁচৰতি হৈ থকা কেতবোৰ কবিতা গোটাই 'মন্দাকিনী' নাম দি ছপা কৰা হৈছিল। কবিতা ৰচনাৰ হেপাহ থাকিলেও কগ্ন জৰাজীৰ্ণ শৰীৰ আৰু চকুৰ ম্লান দৃষ্টি শক্তিয়ে কবিৰ প্ৰতিভাৰ প্ৰধান প্ৰতিবন্ধক হয়।

জীৱনৰ অন্তিম অৱস্থাত ৰচিত 'অন্তিম সুৰ' এই গৰাকী কবিৰ কবিতাৰ অন্তিম পৰ্য্যায় আৰু সমাপ্তি। 'অন্তিম সুৰ' এটা চুটি কবিতাৰ সমষ্টি অন্তিম সুৰত সত্য-শিৱ সুন্দৰৰ প্ৰতি কাতৰ আত্ম-নিবেদন জনোৱা হৈছে। কবিতাৰ মাজত কবিৰ আন্তৰিক আকুলতাৰ মাজত সত্য-শিৱ সুন্দৰৰ ধ্যানৰ ক্ষেত্ৰত একপ্ৰকাৰ অনিৰ্বাচ্য আবেগিক অস্থিৰতা পৰিলক্ষিত হয়। তথাপি কবিৰ অন্তৰৰ অসীমৰ সন্ধানৰ একগ্ৰতা অকণো ম্লান হোৱা নাই।

তিমিত আমাত
তোমাৰ প্ৰেমৰ স্পৰ্শে
প্ৰতিভাত পৰম জ্ঞানৰ ;
বিশ্ব বিয়াকুল তথু
এটি পৰমাণু মাগি
পৰ্শমণি মহাজীৱনৰ। ( অন্তিম সুৰ )

এনে শৰীৰিক কাতৰ অৱস্থাতো কবিৰ মনে দিঠকতো সপোন ৰচিছে আৰু অজান অমৃত পৰশত দেহো কবিৰ অন্তৰ অপ্ৰকাশ্য অনুভূতিৰ

উদ্রেক হৈছে। এই অৱস্থাত ৰহস্যবাদী কবিৰ প্ৰাণত অভিনৱ মহানন্দ বিভোৰ অৱস্থাৰ (ecstacy) সঞ্চাৰ হৈছিল।

মন্দাকিনীৰ জোৱাৰ বাগৰিল।
থৌকিবাথৌ হিয়া
আকাশী গঙ্গা সোঁত বৈ গ'ল
মানস উটাই নিয়া। (কবি-স্বপ্ন)

যথাৰ্থ ৰহস্যবাদী অৱস্থাত সময়ৰ স্থান নাই বুলি কোৱা হয়। কিন্তু কবিৰ জীৱনৰ অন্তিম অৱস্থাত শেষ যাত্ৰাৰ থৰতকীয়া প্ৰস্তুতিৰ ওপৰত গুৰুত্ব দিয়াটো ভেনেই স্বাভাৱিক কথা।

শূন্যৰ পাৰে পাৰে
টোকাৰি বজাই যাবি গীত গাই
সুৰে দেখুৱাব চিনাকি পুৰ
এন্ধাৰ নামিল, ওলা বাটকৰা
আৰু যে সময় নাই। (সময় নাই)

কৰ্মফল আৰু সংস্কাৰ-বাসনাত বিশ্বাসী কবিৰ মনলৈ আহিছে কৰ্ম-সংস্কাৰজনিত ভবিষ্যৰ কথা আৰু প্ৰতিভা-সৃষ্টিৰ অবিনাশিতাৰ কথা।

হৃদয় গুহাত বহি সুগোপন জনে
কৰমৰ জাল গোঁথে ৰূপ বৰ্ণালীৰে
বাহিৰৰ মানুহজনে গমকে নেপায়
অন্তৰত কোনে গীত গায় সুমধুৰে। (ক্ষয় নাই নাই)

কবিয়ে নিজৰ জীৱনক এটা সাধুৰ ৰূপত গ্ৰহণ কৰিছে। অন্তিম অৱস্থাত কবিয়ে কৃষ্ণৰ সুনীল ৰূপ ধ্যান কৰি সকলোকেই সুনীল ৰূপত দেখিছে।

নীলাত আচ্ছন্ন দৃষ্টি ৰূপ অভিনৱ
নীল বিন্দু বুৰ যায় নীলাৰ মাজত।

ভগৱান কৃষ্ণৰ সুনীল ৰূপ ধ্যান কৰি সেই অনন্ত সুনীলৰ মাজত নিজ ক্ষুদ্ৰ বিন্দুসম নীল সত্তাক লীন হোৱা কল্পনা ৰহস্যবাদীৰ চৰম লক্ষ্য। পুনৰ্জন্ম হলেও এই সংকল্পই মধুৰ ভবিষ্যতৰ সূচনা কৰে। গীতাত এই মৰ্মে কোৱা আছে—

যং যং বাপি স্মৰন্ ভাৱং ত্যজত্যন্তে কলেৱৰম্।
তং তমেৱৈতি কৌন্তেয় সদা তদ্ভাৱ ভাৱিতঃ॥ (৮।৮)

(হে কুন্তীপুত্ৰ, যিজনে জীৱনৰ অন্তিম মুহূৰ্ত্ততো মোকেই স্মৰণ কৰি দেহত্যাগ কৰে, তেওঁ মোৰ ভাৱকেই প্ৰাপ্ত হয়, তাত সন্দেহ নাই।)

কবিৰ জীৱন-জোৰা সাত্বিক সাধনাই অন্তিম কালত যি পৰিণতি সাধিছে তাৰ পৰা অভিনৱ অভিজ্ঞতাৰ সঞ্চাৰ হৈছে।

ক্ষয়িষ্ণু দেহাৰ আঁৰত নৱ সত্তাই হাঁহে
জীৱনৰ দেখি ৰূপান্তৰ।
নতুন দেহীয়ে হাঁহে জীৰ্ণ দেহা চাই
স্থবিৰতা দেখি এই জীৰ্ণ জীৱনৰ।

দেশ-প্ৰেমী ৰহস্যবাদী কবি গৰাকীৰ স্বদেশ-প্ৰীতিও অম্লান হৈ আছে—

জনম ভূমিত মোৰ ন ৰূপ পৰশ বুলাই
সোণোৱালী জোনাক বাকিম
সুৰ বাকি নীলিমা মাজত ন ৰূপ ন প্ৰতিভাত
সুৰে সুৰে সপোন আঁকিম।

এই গৰাকী ৰহস্যবাদী কবিয়ে আধ্যাত্মিক আৰু ধৰ্মনিষ্ঠ সত্তাৰ মাজত স্বদেশ-প্ৰেম আৰু সৃষ্টিকামী সংকল্প লৈয়ে দেহ ত্যাগ কৰিছে। তেখেতৰ জীৱন আৰু আদৰ্শই ভবিষ্যতে অনুপ্ৰেৰণা যোগাই থাকিব এইয়ে আমাৰ আশা।

(খ)

শ্ৰীসুখেন্দুমোহন ভদ্ৰ

প্ৰাতঃস্মৰণীয় নলিনীবালা দেৱীৰ বিষয়ে ক'বলৈ যোৱাৰ লগে লগে মনলৈ ভাহি আহে সুদূৰ অতীতৰ আৰু এগৰাকী মহিয়সী ৰমণীৰ কথা—তেওঁ হৈছে ভাস্কৰাচাৰ্যৰ দুহিতা লীলাৱতী। এই দুগৰাকী মহিয়সী নাৰীৰ তাপস জীৱনৰ সূত্ৰপাত হয় একে ধৰণে। লীলাৱতীৰ দেউতাক ভাস্কৰাচাৰ্যই জীয়েকৰ বৈধব্য দশা দেখি জ্ঞান-সাধনাত নিজক নিয়োগ কৰি কাল-যাপনৰ বাবে বিদৰে উপদেশ দিলে আমাৰ কাব্য-কাননৰ গৌৰৱমণ্ডিতা কবি নলিনীবালাকো তেওঁৰ দেউতাক কৰ্মবীৰ নবীনচন্দ্ৰ

যখনতৈলেহেঁতে তেনেদৰে উপদেশ দি তেওঁক সকলোৱে নমস্য কৰি থৈ গ'ল। এই দুৰ্যোগৰাকী বিদুষী ভাৰতীয় ৰমণীৰ জ্ঞান-সাধনাৰ দুৱাৰ মুকলি হয় এক ভীষণ অসহনীয় মনোকষ্টৰপৰা—সেইটো হৈছে অকাল বৈধব্য। লীলাৱতী সাধনাৰ ফলত ভাৰত প্ৰাচীন গাণিতিক জ্ঞানৰ গৌৰৱেৰে মণ্ডিতা, আনফালে নলিনীবালাৰ সাধনাৰপৰা অসমৰ সাহিত্য-আকাশ এটি উজ্জ্বল জ্যোতিষ্কেৰে উদ্ভাসিত হৈ পৰিল। জ্ঞানৰ সাধনাত কৰ্মবীৰ কবিগৰাকীৰ গুৰু। তেওঁৰ আদেশতেই নলিনীবালাই ভাৰতীয় জ্ঞান-সমুদ্ৰ মন্থন কৰি বিলাই গ'ল তাৰ সৌৰভ—যি চিৰকাললৈ অসমৰ আকাশে-বতাহে বিয়পি ৰ'ব।

তেওঁৰ কাব্যত সাধাৰণতঃ দুটা ধাৰা দেখা যায়—এটা আধ্যাত্মিক, আনটো স্বদেশানুৰাগ। কবিগৰাকীৰ কাব্যৰ তত্ত্ব হৈছে অসীম, অনন্ত সত্য। যি সত্যক তেওঁ অন্তৰত অনুভৱ কৰিলে তাক তেওঁ ষোড়শোপচাৰে ভাষা আৰু ছন্দৰ গাঁথনিৰে প্ৰকাশ কৰিলে। স্বদেশানুৰাগমূলক কবিতাৰ সংখ্যা বেছি নহয়। 'আমাৰ ওপজা ঠাই এইখনি', 'অতি মৰমৰ মোৰ এইখনি দেশ', 'জনম ভূমি' আদি কবিতাবোৰেই প্ৰকৃততে দেশপ্ৰেমমূলক কবিতা। তদুপৰি 'যুগদেৱতা' কবিতাপুথিত দেশত ওপজা ঋষি-মুনিৰ প্ৰশস্তিৰ আঁৰে আঁৰে ক'ৰবাত তেনেকুৱা সুৰ ধ্বনিত নোহোৱাও নহয়।

কবিগৰাকীৰ আধ্যাত্মিক ধাৰা আলোচনা কৰিলে দেখা যায় যে তেওঁৰ কাপেৰে অতীন্দ্ৰিয়ভাব সকলোতে নিগৰি ওলাইছে। ইন্দ্ৰিয়ই ঢুকি পোৱা বিষয়ত অকণো শান্তি নাই, তাত কেৱল কামনা-বাসনাৰ খেলাহে তেওঁ দেখিছে। আনহাতে ইন্দ্ৰিয়াতীত গভীৰ বাৰিধিৰ অতল তলত কবি-মনে বুৰ মাৰি চিৰ শান্তিৰ সন্ধান পোৱা আমাৰ চকুত পৰে। অসীম, অনন্তৰ আৰাধনাত কবি নিমগ্না; কিন্তু সেই অনুভূতিৰ সঞ্চাৰ হয় কেনেকৈ, তেনেকুৱা অনুভূতিত মন কেনেকুৱা হয় আৰু কোনেইবা তেনেকুৱা অনুভূতি জগায়—এইবোৰ কথা প্ৰথম স্তৰত জানিবলৈ বিচৰাটো একো অস্বাভাৱিক নহয়। অসমৰ কাব্য-কাননৰ পাৰিজাত নলিনীবালা দেৱীৰ মনতো তেনেকুৱা অৱস্থা উদয় হোৱা দেখা যায় তেওঁৰ 'কোন তুমি' কবিতাত। ইয়াকেই আধ্যাত্মিক অনুভূতিৰ প্ৰথম সোপান বুলিব পাৰি। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰেও 'গীতাঞ্জলি'ত কৈছে যে গোটেই বিশ্বব্ৰহ্মাণ্ডৰ বেভিয়া টোপনিত আজকাল, তেতিয়া তেওঁৰ অন্তৰত—

বীণখন কোনে বজায় তাক তেওঁ কব নোৱাৰে। কবিৰ ভাষাত—

"বিশ্ব যখন নিদ্রামগন
গগন অন্ধকাৰ,
কে দেয় আমাৰ বীণাৰ তাঁৰে
এমন ঝংকাৰ।" (গীত—৬০)

কবিগুৰুৰ এনেকুৱা ভাবৰ লগত নলিনীবালাৰ অন্তৰৰ ভাবৰ মিল দেখা যায়। গোটেই পৃথিৱী যেতিয়া সুপ্ত, তেতিয়া কবিগৰাকীৰ 'শূন্যপুৰী'লৈ 'স্বৰগ বীণাৰ গান'ৰ সুৰ বজাবলৈ তেওঁৰ প্ৰিয় আহে; কিন্তু সেই আগন্তুক তেওঁৰ অপৰিচিত। সেই বীণাৰ সুৰত কবিৰ তনু-মন-প্ৰাণ শাঁত পৰে। সুৰবাদকক পোনতে চিনি নাপালেও শেষত এই 'গোপন বাদকে'ই তেওঁৰ চিৰআৰাধ্য হ'ল আৰু "অ' মোৰ পৰম প্ৰিয়! তুমি ক'ত, তুমি ক'ত ক'ত" (অনাহূত) বুলি বলীয়া হৈ পৰিল। ঋগ্বেদৰ বাক্‌সূক্তত যেনেকৈ ঋষিয়ে কোন দেৱতাক হবি প্ৰদান কৰিব লাগে বুলি বাৰে বাৰে প্ৰশ্ন কৰি পাছত প্ৰজাপতিকেই মুখ্য দেৱতাৰূপে বৰণ কৰিলে; ইয়াতো কবিয়ে অচিনজনৰ বীণৰ সুৰত দেহ-মন শাঁত পৰাত তেওঁক চিনিব নোৱাৰিলেও শেষত তেওঁকেই জীৱনৰ পৰম আৰাধ্যৰূপে বৰণ কৰি হৃদয়ৰ বেদীত বহুৱাই উপাসনা কৰিলে। 'কস্মৈ দেৱায় হৱিষা বিধেম'ৰ পৰা যেনেকৈ ব্ৰহ্মবাদিনীয়ে পালে প্ৰজাপতিৰ সন্ধান, ঠিক তেনেকৈ নলিনীদেৱীয়ে গোপন বাদকক 'কৈ যোৱা তুমি কোন' আৰু 'তুমি কোন? তুমি কোন' এই ধৰণে প্ৰশ্ন কৰিয়েই পাছত বুজিলে যে এই অপৰিচিত বীণাবাদকেই হৈছে কবিগৰাকীৰ জীৱনৰ উপাস্য দেৱতা। অৱশ্যে তেওঁৰ অন্তৰত প্ৰিয়জনৰ প্ৰতি অনুৰাগ ফুলৰ কলিৰ আকাৰত পূৰ্বৰে পৰা বিদ্যমান। যেতিয়া তেওঁ অসীমক ভালদৰে উপলব্ধি কৰিব পাৰিলে তেতিয়া তেওঁৰ হৃদয়-তন্ত্ৰীত অসীমৰেই সুৰ বাজি উঠিল আৰু অন্তৰ-উদ্যানত ফুলিল এপাহি প্ৰেমৰ ফুল। কবিৰ ভাষাত ক'বলৈ গ'লে—

"মোৰ প্ৰাণৰ পদুম-কলিত
তোমাৰ প্ৰেমৰ পাহি মেলিছে।"
('তোমাৰ অসীম আকাশত'—অমৰকাননত)

কবিৰ ভাষাত তুমি, সুন্দৰ, চিৰবাঞ্ছিত, অসীম আদি পদ সমাৰ্থক ; বেদান্তত যেনেকৈ সত্য, জ্ঞান, অনন্ত, আনন্দ আদি পদ ব্ৰহ্মক বুজাবলৈ ব্যৱহাৰ কৰা হৈছে ('আনন্দাদয়ঃ প্ৰধানস্য'—ব্ৰহ্মসূত্ৰ—৩।৩।১১), ইয়াতো উক্ত পদ অসীমক বুজাবলৈ কবিগৰাকীয়ে ব্যৱহাৰ কৰিছে।

তেওঁৰ পবিত্ৰ অন্তৰত সুন্দৰ বিকশিত, সুন্দৰৰ স্পৰ্শত তেওঁৰ 'মানসৰ কমল বনত' আনন্দৰ নিজৰা প্ৰবাহিত। কবিৰ এনেকুৱা দৃষ্টিয়েই অন্তৰ্দৃষ্টি। অন্তৰ্দৃষ্টিৰ সহায়তেই তেওঁ অসীমক নিজৰ হৃদয় গুহাত অনুভৱ কৰিছে। কবিগৰাকীৰ ভাষাত এনেকুৱা অন্তৰ্দৃষ্টিয়েই বোধি। বোধিৰ স্পৰ্শই জীৱনলৈ 'বিদ্যুৎ স্পন্দন' কঢ়িয়াই আনে আৰু তাৰ ফলতেই 'সপোন জড়িমা' আঁতৰি যায়। বেদান্তত যাক জ্ঞান বোলা হয়, কবিগৰাকীৰ ভাষাত বোধিৰে সেই একেটা অৰ্থকেই প্ৰকাশ কৰা হৈছে। যাৰদ্বাৰা পৰমতত্ত্ব অবগত হব পাৰি সেয়ে জ্ঞান ('অথ পৰা যয়া তদক্ষৰমধিগম্যতে'—মুণ্ডকোপনিষদ—১।১।৫)। কবিগৰাকীয়ে 'তপস্যা-শিখা' শীৰ্ষক কবিতাত কৈছে যে মৰণৰ কুহেলিকা ভেদ কৰি 'জীৱনৰ চিৰ আৰাধনা'ত অগ্ৰসৰ হবলৈ বোধিৰ বাহিৰে আন কোনো-টোৱেই সহায় কৰিব নোৱাৰে। যাজ্ঞবল্ক্য আৰু মৈত্ৰেয়ীৰ কথোপকথনত যেনেকৈ মৈত্ৰেয়ীয়ে পাৰ্থিৱ ভোগ-সম্পদ নেওঁচি অপাৰ্থিৱক সাৰটি ধৰা দেখা পাওঁ, নলিনীবালাৰ আধ্যাত্মিক ভাবনিহিত কাব্য-সম্ভাৰতো তেনেকৈ দেখা যায় যে তেওঁ পাৰ্থিৱ সুখ-দুখ কাটি কৰি থৈ শাশ্বতঃ সনাতনত মন নিবিষ্ট কৰিছে, তাৰপৰা তেওঁ নিমিষৰ বাবেও আঁতৰি থাকিব পৰা নাই। 'অতৃপ্তি' কবিতাত এইটো তেওঁ ভালদৰে বুজাই দিছে যে মানুহৰ পাৰ্থিৱ কামনা-বাসনাৰ কেতিয়াও ওৰ নপৰে, কামনাক যিমান প্ৰশ্ৰয় দিয়া হয় সি সিমানে বাঢ়ি যায়। সেয়েহে যমে নচিকেতাক পাৰ্থিৱ সুখ-সম্পদৰ লোভ দেখুৱাই জ্ঞান-অন্বেষণৰপৰা আঁতৰাবলৈ বৃথা প্ৰয়াস কৰা আমি কঠোপনিষদত দেখা পাওঁ। নচিকেতাই ভালদৰে জানে যে জ্ঞান আহৰণৰ বাটৰ প্ৰধান অন্তৰায় হৈছে পাৰ্থিৱ সুখ-সম্পদ। এতেকে সেইবোৰক কাটি কৰি নথলে জ্ঞান আহৰণ কৰিব নোৱাৰি। নচিকেতাৰ দৰে নলিনীবালা দেৱীও জ্ঞান-তপস্বিনী। তেওঁ উক্ত কবিতাটিত স্পষ্টভাৱে কৈছে, পৃথিৱীত শান্তিৰ স্পৰ্শেৰে নিজক ধন্য কৰিবলৈ হলে 'পাৰ্থিৱ আশা' সমূলক্ষে বাদ দিব লাগিব। যেতিয়া তেনেকুৱা

আশা বা কামনা বিদূৰিত হব তেতিয়াহে মানুহে চিৰ শান্তি লাভ কৰিব পাৰিব। গীতাৰ ভাষাত তেনেকুৱা শান্তিয়েই জীৱিত অৱস্থাত 'ব্ৰাহ্মীস্থিতি' আৰু দেহাৱসানৰ অন্তত 'ব্ৰহ্মনিৰ্বাণ'। এই ব্ৰাহ্মীস্থিতি বা ব্ৰহ্মনিৰ্বাণ দিব্য জ্ঞানৰ অবিহনে লাভ কৰিব নোৱাৰি। কবিৰ ভাষাত বোধি বা অন্তৰ্দৃষ্টিয়েই সেই দিব্য জ্ঞান।

তেওঁৰ বোধি জাগ্ৰত হ'ল আৰু সুন্দৰক অন্তৰত পালে। 'সুন্দৰৰ আৰাধনা' কবিগৰাকীৰ একমাত্ৰ আৰাধনা, ইয়াৰ বাহিৰে আন কোনো ধ্যান-ধাৰণা তেওঁৰ নাই। সুন্দৰেই সত্য আৰু পৰম মঙ্গলময়। 'জীৱন জলধি'ত তেওঁ যিবোৰ বৈষয়িক জল'-কলা পালে সেইবোৰ সহ্য কৰি সুন্দৰৰ আৰাধনাত নিজক ব্যাপৃত ৰাখি 'ক্ষীৰ জলধি'ত তেওঁ সুন্দৰৰ দৰ্শন পালে। তেওঁৰ ভাষাত ইয়েই মৃত্যুঞ্জয়ী অমৃতৰ ধাৰা আৰু ভাৰ-দ্বাৰাই তেওঁৰ তাপিত তনু মন শাঁত পৰিল। সুন্দৰৰ দৰ্শন পোৱাৰ লগে লগে কবিগৰাকীৰ মনৰপৰা মই, তুমিৰ ব্যৱধান কামনা বা বাসনা আদি একেবাৰেই নাইকীয়া হ'ল। 'সমাধি' কবিতাটিত তেওঁৰ গভীৰ নিদিধ্যাসনৰ পৰিচয় পোৱা যায়; জীৱন-মৰণ একাকাৰ হোৱাৰ এটা অৱস্থা তাত দেখা যায়। সসীম ধৰাৰ বুকুত তেওঁ 'অসীমৰ সিপাৰত' থকা চিৰ নিয়ন্তাৰ বিৰহ বেণুৰ তান শুনিয়েই তেওঁৰ মনত সুন্দৰৰ ধ্যান জাগিছে আৰু ইয়েই তেওঁক সংসাৰৰ সাধাৰণ ধৰ্মবোৰৰপৰা বহুতো উৰ্দ্ধলৈ লৈ গৈছে। দৰাচলতে, যিজনে পৰম জ্ঞানৰ আভাস পায় তেওঁ সংসাৰৰ বন্ধনৰপৰা বহু আঁতৰত থাকে, পদুমৰ পাতত পানীৰ থিতা-পিয়েও যেনেকৈ তাক সিক্ত কৰিব নোৱাৰে ঠিক তেনেকৈ সংসাৰত থাকিও জ্ঞানদৰ্শী সংসাৰত আবদ্ধ নহয়।

কবিগৰাকীয়ে বুজিছে যে জগতৰ প্ৰ'তটো বেণুৰ মাজত সেই পৰম সত্তা বিৰাজিত। তেওঁ কৈছে—

"জগতৰ প্ৰতি ৰেণু মাজে
আছা তুমি জানো ভালকৈয়ে।"

( 'সঁচানে'—সন্ধিয়াৰ সুৰ )

ইংৰাজ কবি হেনৰি ভনেও (Henry Vaughn) তেওঁৰ The Revival নামৰ কবিতাত কৈছে যে পৃথিৱীৰ প্ৰত্যেক ধূলিকণাতেই পৰম প্ৰেমাস্পদৰ প্ৰেম-পদ্ম বিকশিত। তেওঁ কৈছে—

"And here in dust and dirt, O here
The lilies of His love appear."

এই পৰম প্ৰেমাস্পদেই কবিৰ মানত অসীম পৰমাত্মা আৰু ইয়েই জ্যোতি, কবি 'বেণু' মাত্ৰ। তেওঁৰ আৰাধ্য জ্যোতি অৰূপ; কিন্তু তেৱেঁই 'ৰূপৰ আলয়'। বেদান্তত যেনেকৈ পৰব্ৰহ্মক ৰূপহীন বুলি কৈ সৃষ্টিৰ পৰ্যায় অনুসৰি তেওঁ ৰূপ, প্ৰতিৰূপ ধাৰণ কৰে বুলি কোৱা হৈছে ('ৰূপং ৰূপং প্ৰতিৰূপো বভূব'), ইয়াতো কবিগৰাকীয়ে কৈছে যে সেই দিব্যজ্যোতি ৰূপহীন হলেও সকলো ৰূপৰ আঁকৰ তেওঁ। সৃষ্টি তেওঁৰপৰা হোৱা বাবেই তেওঁক ৰূপৰ আলয় বুলি কোৱা হৈছে; কাৰণ বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰতিটো পদাৰ্থ সৃষ্টি কৰি পৰমজ্যোতি তাত প্ৰবিষ্ট হৈ আছে ('তৎ সৃষ্ট্বা তদেবানুপ্ৰাবিশৎ')। সেই পৰমতত্ত্ব নাম আৰু ৰূপৰ মাজেৰে নিজক প্ৰকাশ কৰে ('নামৰূপে ব্যাকৰৱাণি')। এই অপ্ৰকাশ্য পৰম তত্ত্বই হৈছে নলিনীবালাৰ পৰমপ্ৰেমাস্পদ; তেওঁক জানি তেওঁতেই আত্মবিলুপ্তি কবিৰ সাধনাৰ পূৰ্ণত্ব, অৰ্থাৎ যি পূৰ্ণৰপৰা আগমন তাতেই বিলীন হোৱা। তেওঁ জানে যে পূৰ্ণৰ সাধনা কৰি পূৰ্ণত্ব নাপালে সাধনা অপূৰ্ণ হৈ ৰয়। 'শেষ অৰ্ঘ্য' কবিতাটিত ব্যৱহাৰ কৰা 'অমানিশা' পদটিৰে তেওঁ অজ্ঞান ৰাশিক বুজাইছে। পূৰ্ণৰ জ্ঞানে সকলো অজ্ঞতা দূৰ কৰে। অজ্ঞতাই পূৰ্ণৰ সাধন পথৰ প্ৰধান বাধা। সাধনাৰ পূৰ্ণত্বই হৈছে জ্ঞানৰ সম্পূৰ্ণত্ব আৰু ইয়াৰ সম্পূৰ্ণত্বই সকলো অজ্ঞান নাশ কৰে; তেতিয়াহে পূৰ্ণৰ জ্যোতিৰে সকলো প্ৰতিভাত ('তস্য ভাসা সৰ্বমিদং বিভাতি') অন্তৰত এনেকুৱা অখণ্ড জ্যোতিৰ উন্মেষ হয়।

কবিৰ মনত আকৌ 'হিয়াভৰা চিৰ বেদনাৰ' এটি বিননি আছে। চিৰ আৰাধ্য তত্ত্বক জানিও নোপোৱাতহে কবিৰ অন্তৰ বেদনাত উথলি উঠিছে। তেওঁৰ সকলো আছে কিন্তু সৌম্য কান্তিযুক্ত প্ৰিয়তম নাই। সেয়েহে তেওঁ ব্যথিতা আৰু এই বেদনাৰ সুৰ তেওঁৰ অন্তৰত অহৰ্নিশ বাজিছে। কবিৰ ভাষাত কবলৈ গলে—

"সকৰুণ সুৰ এটি বাজে মৰ্মে।
বাজে দিন ৰাতি।" (কিনো গায়)

কবিগৰাকীৰ এনেকুৱা বিষাদগ্ৰস্ত সুৰক আমি দিব্য অসন্তুষ্টি (Divine discontent) বুলি কব পাৰোঁ। ইংৰাজ কবি মেথিউ আৰ্ণল্ডৰ (Mathew

Arnold) হয়তো এনেকুৱা দিব্য অসন্তুষ্টিয়ে বিৰাজ কৰা দেখা যায়; আৰু পৰিশেষত ইয়েই তেওঁক ভগৱন্তৰ ওচৰ চপাই নিলে। এনেকুৱা বিষাদত পাৰ্থিৱ পোৱা-নোপোৱাৰ কোনো যাতনা বা বেদনা নাথাকে। সেয়েহে তাত কলুষতা নাই আৰু নাই লাভ-লোকচানৰ প্ৰশ্ন; তাত মাত্ৰ আছে পূৰ্ণক জনা আৰু হোৱাৰ প্ৰশ্ন; পূৰ্ণক জানি পূৰ্ণ হোৱাটোতহে জীৱনৰ সাৰ্থকতা। পূৰ্ণৰ স্পৰ্শত পূৰ্ণ নোহোৱালৈকে কবিগৰাকীৰ কোনোবা এটা দিশ যেন শূন্য হৈ আছে, তেও যেন কিবা এটা পোৱা নাই। কবিৰ ভাষাত কবলৈ গ'লে—

"পাইছোঁ সকলো যেন
নাই পোৱা তেও
কিবা এটি নাই নাই নাই।"
('পৰম তৃষ্ণা'—সন্ধিয়াৰ সুৰ)

কবীন্দ্ৰ ৰবীন্দ্ৰনাথেও তেওঁৰ প্ৰিয়জনক নাপাই কোৱা দেখা যায়— "ভৰা গৃহে শূন্য আমি তোমা বিহনে" (গীতাঞ্জলি—গীত ৫৩)। কবিৰ এনেকুৱা উক্তিবপৰা এইটো ক'ব পাৰি যে পূৰ্ণক কেৱল জানিলেই যথেষ্ট নহয়, পূৰ্ণও হব লাগিব। জনা (knowing) আৰু হোৱাৰ (becoming) মাজত এয়ে প্ৰভেদ। জ্ঞেয়ক জানি তাৰ বিষয়ে ধ্যান-ধাৰণা অৰ্থাৎ উপাসনা কৰি সেইটো হোৱাত বেদান্তয়ো যথেষ্ট গুৰুত্ব দিছে। বৃহদাৰণ্যক উপনিষদত কোৱা হৈছে—"বিজ্ঞায় প্ৰজ্ঞাং কুৰ্বীত' (৪।৪।২১), জানি অৰ্থাৎ বাক্যাৰ্থ জ্ঞান লাভ কৰি সেই বিষয়ে উপাসনা কৰিব লাগে। শ্ৰৱণ আৰু মননৰ সহায়ত জানিব পাৰি আৰু নিদিধ্যাসনৰ সহায়ত হব পাৰি। সেয়েহে ভাৰতীয় দৰ্শনত শ্ৰৱণ, মনন আৰু নিদিধ্যাসনৰ স্থান অতি গুৰুত্বপূৰ্ণ ('শ্ৰোতব্যো মন্তব্যো নিদিধ্যাসিতব্যঃ'—বৃহদাৰণ্যক উপনিষদ—২।৪।৫; ৪।৫।৬।।

কাব্যভাৰতীৰ কাব্যত অপ্ৰকাশ্য অসীমজনৰ লগত প্ৰকাশ্য ওচৰজনৰ একত্বানুভূতিসূচক ধ্যানৰ সুপ্ৰকাশ ঘটিছে। এনেকুৱা অনুভূতিয়েই ভাৰতীয় মনন শক্তিৰ চৰম উৎকৰ্ষৰ শ্ৰেষ্ঠ নিদৰ্শন। জীৱ-ব্ৰহ্মৰ একত্বানুভূতিত যেনেকৈ ভাৰতীয় ঋষি-মন 'জীৱঃ ব্ৰহ্মৈৱ নাপৰঃ', 'অহং ব্ৰহ্মাস্মি' ইত্যাদি ভাৱত উদ্বেলিত হোৱা দেখা যায়, নলিনীবালাৰ কাব্যতো 'তুমি' আৰু 'মই'ৰ মাজত একত্বৰ বাজ ভেনেই নিবিড়ভাৱে প্ৰকাশ পাইছে। কবি-

গৰাকীয়ে তেওঁৰ কাব্যত 'তুমি' আৰু 'মই' পদ দুটা বিশেষ অৰ্থত ব্যৱহাৰ কৰিছে। বেদান্তত যেনেকৈ 'তৎ' পদটি অধিক ক্ষেত্ৰত ব্ৰহ্মবাচক, নলিনী-কাব্যতো 'তুমি' পদটি সদায় পৰমপ্ৰেমাস্পদৰ বাচক হিচাপে ব্যৱহৃত হৈছে। আনহাতে 'মই' পদটি তেওঁ সদায় নিজক বুজাবলৈ ব্যৱহাৰ কৰিছে অৰ্থাৎ 'তুমি' পদটি উপাস্য আৰু 'মই' উপাসকৰূপে তেওঁ প্ৰয়োগ কৰিছে। চমুকৈ কবলৈ গলে 'তুমি' পদটি তেওঁ পৰমাত্মাৰ বাচক হিচাপে আৰু 'মই' পদটি জীৱাত্মাৰ বাচকৰূপে তেওঁ ব্যৱহাৰ কৰিছে।

ৰবীন্দ্ৰনাথ ঠাকুৰে যেনেকৈ তেওঁৰ 'হওয়া' শীৰ্ষক প্ৰবন্ধত কৈছে 'তিনি হয়ে ৰয়েছেন, আমি হয়ে উঠছি—আমাদেৰ দুজনেৰ মধ্যে এই লীলা চলছে' ঠিক তেনেকুৱা এটি লীলা নলিনীবালাৰ কাব্যত 'মই' আৰু 'তুমি'ৰ মাজত চলা দেখা যায়। 'সন্ধিয়াৰ সুৰ'ত সন্নিবেশিত 'তুমি' কবিতাটি কবিৰ গভীৰ মনন শক্তিৰ পৰিচায়ক। জীৱাত্মা আৰু পৰমাত্মাৰ বন্ধন যে অচ্ছেদ্য তাক এই কবিতাটিত কোৱা হৈছে। জুইৰপৰা যেনেকৈ সহস্ৰ-সংখ্যক ফিৰিঙতিৰ উৎপত্তি আৰু নিৰ্বাপিত হোৱাৰ পাছত সেইবোৰৰ শক্তি আকৌ জুইতেই বিলীন হয়, ঠিক তেনেকৈ জীৱাত্মাৰ উৎপত্তি পৰমাত্মাৰপৰা আৰু তাতেই তাৰ বিলয়। পৰমাত্মাৰ লগত বিলুপ্তি সাধনৰ পাছত জীৱৰ আৰু স্বকীয় কোনো ধৰ্ম নাথাকে, তাৰ লগত একাকাৰ হৈ যায় 'সৰ্বে একীভৱন্তি'। লিঙ্গদেহধাৰী জীৱৰ যিবোৰ পাৰ্থিৱ ধৰ্ম বা গুণ সেইবোৰ তেতিয়া আৰু নাথাকে—এই কথা কাব্যভাৰতীয়ে উত্তমৰূপে উপলব্ধি কৰিছে তেওঁৰ 'তুমি' কবিতাত। তাত তেওঁ কৈছে—

"তাত মাথোঁ তুমি তুমি,
মই নাই নাই।" (তুমি)

ইয়াত 'মই নাই নাই'ৰ দ্বাৰা কবিয়ে বুজাইছে যে লিঙ্গশৰীৰৰ নাম, ৰূপ, ধৰ্ম বা গুণ আদি সকলোবিলাক নিৰাকাৰত বিলীন হয়। য'ৰ পৰা জগতৰ উৎপত্তি আৰু য'ত তাৰ লয় সি সম্পূৰ্ণ একক, তাৰ কোনো ৰূপ, নাম বা আকৃতি নাই। সেই পৰম তত্ত্ব শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গুণবৰ্জিত অৰ্থাৎ এইবোৰৰ লগত তেওঁৰ কোনো সম্পৰ্ক নাই ('অশব্দমস্পৰ্শমৰূপমব্যয়ং তথা ৰসং নিত্যমগন্ধৱচ্চ যৎ'—কঠোপনিষদ—১।৩।১৫)। 'মই' পদটি সসীম আৰু শান্ত আনহাতে 'তুমি' অসীম আৰু অনন্ত। মৰজগতত জীৱদেহ থাকে মানে 'মই'ৰ ধৰ্ম বিদ্যমান আৰু যেতিয়া সংসাৰৰপৰা জীৱৰ হয়

তেতিয়া আৰু তাৰ গুণ বা ধৰ্মবোৰ নাথাকে, 'ভূমি'ৰ লগত এক হৈ যায়। বিভিন্ন দিশৰপৰা ভিন ভিন নামৰ নদীবোৰ প্ৰবাহিত হৈ সমুদ্ৰত নপৰে মানে সেইবোৰৰ পৃথক নাম আৰু সত্তা বিৰাজমান ; কিন্তু সমুদ্ৰত পৰাৰ লগে লগে সিহঁতৰ পৃথক সত্তা নাইকীয়া হয় আৰু এক সমুদ্ৰৰ পানীত পৰ্যবসিত হয়। ঠিক তেনেদৰে নাম-ৰূপধাৰী সংসাৰত থাকে মানে তাৰ বেলেগ সত্তা থাকে ; কিন্তু মৃত্যুৰ পাছত নিৰাকাৰত বিলীন হৈ যোৱাত তেতিয়া আৰু তাৰ ভিন্ন ৰূপ, বেলেগ নাম নাথাকে—বেদান্তৰ এই তত্ত্ব নলিনীবালাৰ অনুভূতিত অতি সুন্দৰৰূপে প্ৰকাশ পাইছে। তেওঁৰ অনুভূতিত জ্ঞাতা-জ্ঞেয়, ধাতা-ধ্যেয়, উপাসক-উপাস্য আদি একত্বত পৰ্যবসিত হৈছে। বিখ্যাত দাৰ্শনিক একহাৰ্টৰ (Eckhart) অন্তৰ্দৃষ্টিৰ গভীৰ অভিব্যক্তিৰ লগত কাব্যভাৰতীৰ ছন্দপূৰ্ণ অভিব্যক্তি যথাৰ্থতে এক। দাৰ্শনিকজনে কৈছে—"God and I are one in the act of my perceiving Him." বেদান্তৰ "তত্ত্বমসি" এই মহাবাক্যৰ চৰমপৰিণতি যেনেদৰে 'অহং ব্ৰহ্মাস্মি' বা 'সোঽহং' ইত্যাদি মহাবাক্যত প্ৰকাশ পাইছে, তেনেদৰে নলিনীবালাৰ কাব্যতো ব্ৰহ্মৰ লগত একাকাৰ হৈ যোৱাৰ চৰম পৰিণতিব্যঞ্জক ভাৱৰ সুপ্ৰকাশ ঘটিছে।

ৰহস্যবাদৰ আলমতেই যে নলিনীবালাৰ কাব্যৰ চকৰি ঘূৰিছে এনে নহয়, যিখন দেশত তেওঁ উপজিছে সেই দেশখনৰ আকাশ বতাহ, দেশত ওপজা ঋষি-মুনি তথা ঋষিকল্প ওজস্বী সন্তানো তেওঁৰ বাবে অতি পবিত্ৰৰ। সেয়েহে দেশৰ লগতে দেশৰ প্ৰাতঃস্মৰণীয় আৰু বৰেণ্য পুৰুষৰ গুণ গান কৰিও তেওঁ বহুতো কৱিতা লিখিছে। স্বদেশপ্ৰেম-মূলক কৱিতাবোৰৰ ভিতৰত কাব্যভাৰতীৰ 'জনমভূমি' কবিতাটি উৎকৃষ্ট, তাৰ প্ৰতি চৰণত গভীৰ স্বদেশানুৰাগ ফুটি উঠা দেখা যায়। অৱশ্যে পদ্মশ্ৰীৰ জাতীয়তাভাৱৰ ধাৰা অন্য ধৰণৰ। দেশৰ বাবে প্ৰাণ দিব-লাগে এনেকুৱা দেশ-প্ৰীতি তেওঁৰ ভাষাত প্ৰকাশ পোৱা নাই, ধমনীৰ তেজৰ প্ৰবাহৰ লগত তেওঁৰ অন্তৰৰ স্বদেশানুৰাগ মিহলি হৈ যেন শিৰা-উপাশিৰাৰে প্ৰবাহিত হৈছে। যি দেশত তেওঁ ওপজিছে সেই দেশ তেওঁৰ মানত পৰম পুণ্যভূমি আৰু 'একোখনি তীৰ্থ', তাত তৃতীয়াৰ পঞ্জাশ্চেট স্বৰ্গসুখ তেওঁ অনুভৱ কৰিছে। মৰাৰ পাছতো কবিয়ে 'চেনেহৰ মীতুলী 'কোলাত' ঠাই পাবলৈ কৰা হাবিয়াস আৰু 'ভাগৰুৱা আত্মাই

যেনেদৰে জিবণি লৈ জিৰাবহি তোমাৰ ছাঁয়াতৰ্ কৰা উক্তিৰপৰা সহজতে ক'ব পাৰি যে কবিৰ দেশপ্ৰেম তেওঁৰ অন্তৰৰ ভাব-অনুভূতিৰ লগত মিহলি হৈ যোৱা বিষয়, তাত বাহ্যিক আড়ম্বৰৰ কোনো অৱকাশ নাই অৰ্থাৎ দেশক ভাল পাওঁ বুলি ডবা কোবাই কবিয়ে তেওঁৰ অন্তৰৰ ভাব প্ৰকাশ কৰিব বিচৰা নাই, তেওঁৰ স্বদেশপ্ৰীতিও তেওঁৰ মানত শাশ্বতঃ চিৰন্তন। কবি অসীমৰ ভাৱত উদ্বেলিত, এতেকে তেওঁৰ স্বদেশঋাগৰ প্ৰকাশভঙ্গিতো সসীমতাই ঠাই পাব নোৱাৰে। যিজন প্ৰকৃততে অসীম, অনন্তত নিবিষ্ট তেওঁ আকৌ সসীম আৰু সান্তৰ চিন্তা কৰিব কেনেকৈ। উপনিষদত কোৱা হৈছে যে সাধনাৰ চৰম স্তৰত দেশ-কালৰ কোনো ব্যৱধান নাথাকে ('ন মে কিঞ্চিৎ জগৎত্ৰয়ম্')। কবিগৰাকীয়েও অসীমৰ ভাৱত তন্ময় হৈ দেখিলে যে তাত কোনো বিধি-নিয়ম, বাধা, দেশ-কাল-পাত্ৰৰ ব্যৱধান নাই। 'পৰশমণি' কবিতাত এই বিষয়ে তেওঁ কৈছে—

"সিদিনা আঁতৰি যাব
জীৱনৰ নিষেধ-নিয়ম
দেশ-কাল-পাত্ৰ-হীন।"

কবিগৰাকীৰ স্বদেশপ্ৰীতিত বাস্তৱিকতে আমি দেশ-কালৰ প্ৰভেদ দেখা নাপাওঁ। অসীম, শাশ্বতঃ আৰু দেশ-কালৰ অতীত অনন্তৰ সাধনাত তেওঁৰ মন সমাহিত হোৱাৰ ফলতেই এনেকুৱা ভাব প্ৰকাশ পাইছে। তেওঁ অসমত ওপজিছে, ইয়াৰ জলবায়ুত ডাঙৰ-দীঘল হৈছে আৰু ইয়াতেই চকু মুদিছে। সেইফালৰপৰা অকল অসমৰ গুণৰ বন্দনা কৰাই তেওঁৰ উচিত আছিল, কিন্তু আমি দেখা পাওঁ যে তেওঁ অসম আৰু ভাৰতক মাতৃভূমিৰ সমান মৰ্যাদা দিছে। অসমৰ সাহিত্য সমাজ সকলো ভাৰতবাসীৰ কাৰণে যে উন্মুক্ত তাক তেওঁ 'আমাৰ ওপজা ঠাই এইখনি মৰ্ত্ত্য স্বৰ্গভূমি' নামৰ কবিতাত কৈছে। আমি যে আটায়ে এক এই বিষয়টো আমি কবিৰ কবিতাটোৰ পৰা বুজিব পাৰোঁ। জন্মভূমিক তেওঁ মনোমোহা ৰূপত সজাই পৰাই কবিতাৰ মাজেৰে প্ৰকাশ কৰিছে। সেই বৰ্ণনাৰ মাজতো এটি শান্ত-স্নিগ্ধ, মধুৰ ভাব পৰিস্ফুট হৈছে। স্বদেশ-প্ৰেম বিষয়টো ইমান পবিত্ৰ যে কবিয়ে যেন তাক ভাষাৰে প্ৰকাশ কৰিব পৰা নাই। নিৰ্মল পানী যেনেকৈ স্ফটিকৰ পৰিষ্কাৰ পাত্ৰত দেখাত অধিকতৰ নিৰ্মল হৈ পৰে, তেনেকৈ সন্তৰত্ৰ পিতৃ-দেৱৰ হেঁজৰপৰা পোৱা

স্বদেশ-স্বাগ কৰিগৰাকীৰ নিকা অন্তৰত আৰু যেছি পবিত্ৰ ৰূপত ভূমুকি মাৰিছে। প্ৰকৃতিৰ লীলাভূমি অসম জননী। অসমীৰ ৰূপ চাই চাই কৰি ভোল যায়। কৰিয়ে কৈছে—

"বৈ বৈ চাই যাওঁ, চাই চাই ভোল যাওঁ
মনোমোহা সেউজীয়া অসমীৰ ৰূপহ কানন।"

অসমৰ বিশেষ গুণৰাজিক লক্ষ্য কৰি কৰিয়ে অসমক 'এইখনি অপৰূপা অসম সোণৰ' বুলি কৈছে। কৰিৰ এনেকুৱা উক্তিত তেওঁৰ অন্তৰত থকা গভীৰ জাতীয়তাভাব ফুটি উঠিছে। 'পাহাৰী দেশ' কৱিতাটিতো তেওঁ অসমৰ কাৰণে গৌৰৱান্বিতা এই কাৰণেই যে প্ৰকৃতিয়ে অসমক নিজৰ সম্পদেৰে চহকী কৰিছে। অসমৰ মানুহ সৰল আৰু গাঁৱলীয়াৰ মাজত থকা মুৰম-চেনেহ আদি আদৰ্শস্থানীয়। 'ৰূপস্বৰ্গ' নামৰ কৱিতাটিত কৰিয়ে আকৌ ভাৰতমাতাৰ বন্দনা কৰিছে। এই প্ৰসঙ্গত কৰিয়ে কৈছে যে ভাৰতভেই জ্ঞানৰ প্ৰথম বিকাশ হয়। তেওঁৰ মানত গোটেই ভাৰতবৰ্ষখনেই তেওঁৰ আত্মা, দেশখনৰ লগত তেওঁৰ সম্পৰ্ক অচ্ছেদ্য। ভাৰতাত্মাৰ বাণী যাৰ অন্তৰত নিহিত তেওঁ আকৌ পৃথকত্বৰ ধ্যান-ধাৰণা কৰিব কেনেকৈ। তেওঁৰ জাতীয়তাভাবো তেওঁৰ তেজৰ প্ৰতি শিৰাৰে প্ৰবাহিত আধ্যাত্মিক ভাবৰ লগত মিহলৈ হৈ যেন সকলোকে শিকাবলৈ গৈছে যে নিজৰ দেশক সকলোৱে শান্তি, প্ৰেম আৰু সত্যৰ আশ্ৰয়ত ভাল পাব লাগে। সত্য, প্ৰেম আৰু শান্তিৰ ভাবধাৰাত জাতীয়তাবাদক গঢ় লোৱাব পাৰিলে দেশৰ মানুহৰ মাজত থকা অশান্তি, অপ্ৰীতি আদি কুসংস্কাৰবোৰ আঁতৰ হ'ব, অশান্ত ভাৰত আকৌ শান্ত হব।

সকলোৱে নমস্যা নলিনীবালাৰ কাব্যৰাশিৰ মাজত ভাৰতীয় সাধনামাৰ্গৰ চূড়ান্ত পৰিণতিৰ সুচাৰু প্ৰকাশ ঘটিছে। তেওঁৰ কাব্যৰাজিৰ অধ্যয়নৰ পৰা এনেকুৱা ভাব হয় যেন ভাৰতৰ ঋষি-মুনিলব্ধ বেদ-উপনিষদ, কীৰ্ত্তন-ঘোষা আদি মন্থন কৰি ছন্দময় শুৱলা ভাষাৰ মাজেৰে তেওঁ তাক ভাৰাজননীৰ মঙ্গলবেদীত পবিত্ৰ অৰ্ঘ্যৰূপে নিবেদন কৰিছে। অসীম-অনন্তক লৈ তেওঁৰ খেলা আৰু জাতীয়তাবোধমূলক কৱিতাতো সত্য, শান্তি আৰু প্ৰেমৰ নিজৰা প্ৰবাহিত। তেওঁৰ কাব্যৰ আধ্যাত্মিক আৰু জাতীয়তাবোধ এই দুয়োটাৰ আলোচনা নকৰিলে তেওঁৰ কাব্য প্ৰতিভাৰ একাংশ ম্লান হৈ ৰয় যেন লাগে। তেওঁৰ আধ্যাত্মিক ভাবধাৰাই দৃপ্তকণ্ঠে

সকলোকে সোঁৱৰাই দিছে যে মানুহ পৰমৰ অংশ, এতেকে মানুহৰ কোনো ভয় নাই, বিশাল কৰ্ম্মময় জীৱনত সত্যক লক্ষ্য ৰাখি সংসাৰ ক্ষেত্ৰত সমুখলৈ আগবাঢ়ি যাব লাগে। সংসাৰত শান্তি পাবলৈ হলে সন্যাসী হোৱাৰ কোনো আৱশ্যক নাই, কৰ্মময় জীৱনত সত্যৰ আশ্ৰয়ত নিজৰ কৰ্ম কৰি গলে পৰমজনৰ কৃপাত জীৱন ধন্য হৈ উঠে আৰু তেওঁৰ কৃপাতেই জীৱন অমৃতময় হৈ পৰে। কবিগৰাকীৰ অতীন্দ্ৰিয় ভাব-ধাৰাত সংসাৰত্যাগী বানপ্ৰস্থীৰ কোনো বেগুনি পোৱা নাযায়, বৰং সংসাৰত থাকি কেনেকৈ শান্তিৰে জীৱন কটাব পাৰি তাকেহে শ্ৰদ্ধেয়া কবিগৰাকী কৈ গৈছে। অসীমৰ অনুভূতি আৰু ত্যাগৰদ্বাৰা ভোগ এনেকুৱা চিন্তাধাৰাক সাৰটি লৈ সংসাৰত জীৱন নিৰ্বাহ কৰিলে কোনো অপায়-অমঙ্গল আৰু অশান্তিয়ে দেখা দিব নোৱাৰে। জাতীয় ভাৱধাৰাৰ বেলিকা কবিগৰাকীয়ে আমাক কৈছে যে নিজৰ দেশখনক অতি চেনেহৰ, অতি আপোন বুলি ভাবিব লাগে; কিন্তু তেনেকুৱা কৰিবলৈ যোৱাত আনৰ ওপজা ঠাইৰ মৰ্যাদাত যাতে আঘাত নালাগে তালৈ চকু ৰাখিব লাগে। গোটেই ভাৰতবৰ্ষ আমাৰ দেশ—এনেকুৱা ভাৱত উদ্বুদ্ধ হব লাগে, তেতিয়া আমি আটায়ে শান্তিত কাল কটাব পাৰিম। অসম আৰু ভাৰতৰ মাজত অপাৰ্থিব স্তৰত কোনো পাৰ্থক্য নাই—এই দিশটোলৈ লক্ষ্য ৰাখিয়েই আমি জাতীয়ভাবোধত উদ্বেলিত হব লাগে। কবিগৰাকীৰ জাতীয়ভাবোধতো ইন্দ্ৰিয়াতীত সুৰৰ অভিব্যঞ্জনাই আমাক যেন শিকাইছে যে আমি আটায়ে অমৃতৰ সন্তান।

# নলিনী-কবিতাত ভাৰতীয় সুৰ

শ্ৰীৰজনীকান্ত দেৱ শৰ্মা

কবি নলিনীবালাই গাইছে—

পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ বিশাল ই দেশ অনুপম
আমাৰ জীৱন ধৰ্ম আদৰ্শ সাধন
ঐতিহ্যৰ ৰক্ত সংস্কৃতিয়ে বাৰে বাৰে ৰক্ত-কণিকাত
আনে উন্মাদনা,
প্ৰাণৰ বীণত বাজে মৃত্যুঞ্জয়ী অমৰ বন্দনা। —ভাৰতবাণী

আকৌ—

প্ৰাণৰ মাজত জলে
ভাৰতৰ অনন্ত স্পন্দন
হৃদয়ৰ স্তৰে স্তৰে মন্ত্ৰধ্বনিবোৰ
কৰে গুঞ্জৰণ।
জয়ধ্বজাবাহী আমি যাত্ৰী অনাদিৰ
মৃত্যুঞ্জয়ী সংস্কৃতি আমাৰ
অন্বেষণ মহামনীষাৰ। —বিবেকধ্বনি

এই সুৰেই নলিনী কাব্যৰ কেন্দ্ৰীয় সুৰ। মন্ত্ৰদ্ৰষ্টা ঋষি, সত্যান্বেষী তাপস, অমৃতসন্ধানী যাত্ৰী, ঋতম্ভৰা প্ৰজ্ঞাৰ অধিকাৰী সাধক—এইসকলৰ জীৱনাদৰ্শই নলিনীবালাৰ প্ৰাণত স্পন্দন তুলিছিল। 'ঋষি-সাধনাৰ মনীষাৰ তীৰ্থভূমি' ভাৰতবৰ্ষ পৃথিৱীৰ ভিতৰতে অনন্য দেশ। এই পুণ্যভূমিৰ মৃত্যুঞ্জয়ী সংস্কৃতিয়ে কবিৰ প্ৰাণত পুলক জগাইছিল। নলিনীবালাৰ সমগ্ৰ কাব্যকৃতি ভাৰতীয় চিন্তাধাৰা আৰু সংস্কৃতিৰ জয়গানেৰে মুখৰিত। এই সংস্কৃতিৰ ধ্বজাবাহী কৃষ্ণ, বুদ্ধ, গান্ধী, বাল্মীকি, কালিদাস, দধীচি, ভগীৰথ, প্ৰহ্লাদ, শঙ্কৰদেৱ, ৰবীন্দ্ৰনাথ আদিৰ সাধনা কবিৰ অনুপ্ৰেৰণাৰ মূল।

দৈৱী শক্তিৰ বলত বলীয়ান ভাৰতবৰ্ষৰ মহিমাত মুগ্ধ কবিয়ে জন্মীনাথৰ সুৰতে কৈছে—

প্ৰেম প্ৰীতি দয়া ক্ষমা সুমহান ত্যাগেৰে বজ্জিত
এইখনি সুবিশাল দেশ।
পৃথিৱী ভ্ৰমি ক'তো নোপোৱা বিচাৰি
ইখনি দেশৰ দৰে শান্ত পৰিবেশ
এইখনি অতি মোৰ মৰমৰ দেশ।
—অতি মৰমৰ মোৰ এইখনি দেশ।

অকাল বৈধব্য আৰু নিদাৰুণ পুত্ৰশোকত জৰ্জৰিতা কবিয়ে উপনিষদৰ জ্ঞানালোকৰ মাজত বিচাৰি পাইছিল চিৰন্তন শান্তিৰ নিজৰা। উপনিষদ শাস্ত্ৰ বেদান্ত নামেও প্ৰসিদ্ধ। ই বেদৰ জ্ঞানকাণ্ড। সত্য-সন্ধানী ঋষি-সকলৰ তপস্যালব্ধ জ্ঞানৰ ভাণ্ডাৰ এই উপনিষদ শাস্ত্ৰ। উপনিষদে কৈছে 'প্ৰজ্ঞানেত্ৰো লোকঃ, প্ৰজ্ঞা প্ৰতিষ্ঠা, প্ৰজ্ঞানং ব্ৰহ্ম।' কবিয়েও গাইছে— 'প্ৰজ্ঞাৰ মাজেৰে পায় অমৃতৰ অমিয়া পৰশ, মানুহ হৃদয়ে পায় কালজয়ী শক্তিৰ হৰষ।' উপনিষদত আছে প্ৰণৱ বা ওঁকাৰেই ব্ৰহ্ম; ওঁকাৰ নাদময়। কবিৰ যুগবীণাতো ঝঙ্কাৰিত হৈছে—'মহাব্যোম ভৰঙ্গত নাদময়, অনাহত-ধ্বনি অনাদি কালৰ ···।' কঠোপনিষদৰ অমৰবাণী—'উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰান নিবোধত। ক্ষুৰস্য ধাৰা নিশিতা দুৰত্যয়া দুৰ্গং পথস্তৎ কবয়ো বদন্তি' অৰ্থাৎ হে মানৱ, তোমালোক আত্মজ্ঞান অভিলাষী হোৱা, অজ্ঞানতা ৰূপ টোপনিৰপৰা জাগি উঠা, জ্ঞানী আচাৰ্যৰ ওচৰলৈ গৈ জ্ঞান লাভ কৰা। এই জ্ঞানৰ মাৰ্গ ক্ষুৰৰ তীক্ষ্ণ ধাৰাৰ দৰে দুৰতি-ক্ৰমণীয়া বুলি জ্ঞানীসকলে কয়। নলিনীবালাৰ যুগবীণাতে এই ভাৱৰে অনুৰণন হৈছে—'সেইদিনা উত্তিষ্ঠত জাগ্ৰত ৰবে যুগশঙ্খ পাঞ্চজন্য তুলি··· ।' 'শৃন্বন্তু বিশ্বে অমৃতস্য পুত্ৰা আ যে ধামানি দিব্যানি তস্থুঃ' —শ্বেতাশ্বতৰ উপনিষদৰ এই মহাবাণীৰ সুৰতে 'দেৱতাৰ বাণী'ত কবিয়ে ৰচিছে— 'শুনালে অমৰ বাণী, কলে—ভাৰতৰ পুত্ৰগণ মৃত্যুঞ্জয়ী চিৰ অমৰণঃ উঠা, জাগা কৰা কৰ্তব্যৰ পথ নিৰূপণ।' নলিনীবালাই যেতিয়া সত্যৰ জয়গান গায়—'সত্যমেৱ জয়তে নানৃতম্, সত্যৰ চিৰকল নহয় অন্যথা (বিজয়িনী ভাৰতৰ নাই পৰাজয়)' মুণ্ডক উপনিষদৰ 'সত্যমেৱ জয়তে

নানৃতং সত্যেন পন্থা বিততো দেৱযানঃ। যেনাক্ৰমন্ত্যৃষয়ো হ্যাপ্তকামা যত্ৰ তৎ সত্যস্য পৰমং নিধানম্'—এই বাণীৰে প্ৰতিধ্বনি বিচাৰি পাওঁ।

কবি নলিনীবালাৰ বিভিন্ন কবিতাৰ মাজত তপস্যাৰ মহিমা কীৰ্ত্তিত হৈছে। বিনা তপস্যাই কোনো সুন্দৰ কালজয়ী সৃষ্টি নহয়। প্ৰশ্নোপনিষদত আছে—'প্ৰজাকামো বৈ প্ৰজাপতিঃ, স তপোঽতপ্যত, স তপস্তপ্ত্বা স মিথুনমুৎপাদয়তে'—প্ৰজাপতি হিৰণ্যগৰ্ভই জগত সৃষ্টিৰ মানসে তপস্য কৰি তপস্যাৰ দ্বাৰাই স্ত্ৰীপুৰুষ যুগল সৃষ্টি কৰিলে। ভাগৱত পুৰাণত আছে, ভগৱানৰ নাভিকমলত অধিষ্ঠিত ব্ৰহ্মাই কেনেকৈ প্ৰজা সৃষ্টি কৰিব এই কথা চিন্তা কৰি থাকোঁতে দুবাৰ তপ শব্দটো উচ্চাৰিত হোৱা শুনিবলৈ পালে। ভগৱানে তেওঁৰ তপস্যা কৰিবলৈ আদেশ কৰিছে বুলি বুজি পাই তেওঁ দিব্য সহস্ৰ বছৰ তপস্যাত মগ্ন হ'ল। নলিনীবালায়ো ঘোষণা কৰিছে—'ভাৰতৰ কন্যা মই, জ্বলন্ত তপস্যা-শক্তি, জ্বলে মোৰ হৃদয়-ধৰ্মন্ত (মই ভাৰতৰ নাৰী)। ভাৰতীয় কবি-মানসৰ সৃষ্টি উমাৰ চৰিত্ৰ কবিৰ বৰ প্ৰিয়। 'জীৱনক কৰোঁ মনোৰমা' কবিতাত উমাৰ লগত নিজৰ অভেদ কল্পনা কৰি তেওঁ কৈছে—'যুগান্তপথৰ মই সুন্দৰৰ অভিসাৰিকা, পূজাৰিণী ধ্যানৰতা উমা।' আকৌ 'কালিদাস' কবিতাতো উমাৰ প্ৰতি সশ্ৰদ্ধ হৈ কৈছে—তপস্বিনী কুমাৰী উমাৰ, কঠোৰ তপস্যা বলে, সিদ্ধ হ'ল দেৱ মনোৰথ।' তৃতীয়বাৰৰ কাৰণে কবিৰ কণ্ঠত ধ্বনিত হৈছে—'অসুন্দৰ মৰিমুৰ কৰি সৃষ্টি থাপিলোঁ, সুন্দৰ জাগ্ৰত কৰা শক্তিৰূপা উমা তপস্বিনী"। (মই ভাৰতৰ নাৰী)।

ভাৰতৰ দুখন অপূৰ্ব শাস্ত্ৰ গীতা আৰু চণ্ডীৰ প্ৰভাৱো কবিৰ ওপৰত কম নহয়। হিন্দুৰ অৱতাৰবাদত নলিনীবালাৰ সম্পূৰ্ণ বিশ্বাস আছিল। 'সন্ধিয়াৰ সুৰ'ৰ আৰম্ভণি-পৃষ্ঠাৰ বিপৰীত ফালে তেওঁ গীতাৰ একাকি শ্লোক সন্নিবিষ্ট কৰিছে—

অজোঽপি সন্নব্যয়াত্মা ভূতানামীশ্বৰোঽপি সন্।
প্ৰকৃতিং স্বামধিষ্ঠায় সম্ভৱাম্যাত্মমায়য়া ॥

ইয়াৰ অৰ্থ হৈছে—ভগৱানে কৈছে—মই জন্মৰহিত, অবিনাশী আৰু ভূতবৰ্গৰ অধিপতি হৈয়ো নিজৰ প্ৰকৃতিত অধিষ্ঠিত হৈ নিজ মায়াৰ দ্বাৰা প্ৰকট হওঁ। কবিৰ কৃষ্ণ পাঞ্চজন্যধাৰী; নিষ্কাম কৰ্মযোগৰ শিক্ষা লোকক দিবলৈ আৰু সংসাৰত দুষ্টক দমন কৰি সন্তক পালন কৰিবলৈ তেওঁ অৱতীৰ্ণ হৈছে। তেওঁ সুন্দৰ, তেওঁ প্ৰেমময়—'বাৰে বাৰে শুনা পাৰ্থসাৰথিৰ, পাঞ্চজন্য তান'

( চাৰণ কবি ) আৰো মহাদাযধিৰ পাঞ্চজন্য বাজিছে জীবন জুৰি ( ঋষি )। যুগদেৱতাৰ 'পুৰুষোত্তম শ্ৰীকৃষ্ণৰূপ' কবিতাত কবিয়ে কৃষ্ণৰ ভুবনমোহন ৰূপ আৰু অপাৰ প্ৰেম-কৰুণাৰ বৰ্ণনা কৰি সকলোৰে হৃদয়ৰ অন্তৰ্যামী দেৱতা-ৰূপে তেওঁক স্তুতি কৰিছে। মহিলা কবি কাৰণেই নেকি গীতাতকৈও চণ্ডীয়ে তেওঁক আৰু বেছি আকৰ্ষণ কৰিছে। তেওঁ চণ্ডী বা আন কোনো দেৱীৰ নামত স্বকীয়া কবিতা লেখা নাই সঁচা, কিন্তু তেওঁৰ গ্ৰন্থৰাজিৰ নানা ঠাইত শক্তিৰ মহিমাৰ কীৰ্তন কৰা হৈছে। বেদৰ অম্ভৃণঋষি কন্যা বাগ্‌দেৱীয়ে পৰমাত্মাৰ লগত একত্ব অনুভৱ কৰি ব্ৰহ্মবুদ্ধিত নিজকে স্তুতি কৰাৰ দৰে নলিনীবালায়ো যেন নিজকে দেৱী বুলি অনুভৱ কৰি কৈছে—

নাৰী মই ! প্ৰাণত জ্বলিছে মোৰ
তড়িৎ-শক্তিৰ শিখা চিৰ অনিৰ্বাণ
নৃমুণ্ডমালিনীৰূপা মই
অৰাতি অসুৰৰ ত্ৰাসকাৰিণী
মহাচণ্ডীৰূপা মই মহিষাসুৰমৰ্দিনী।
—মই ভাৰতৰ নাৰী।

'মাতৃবন্দনা' কবিতাত কবিয়ে মহাশক্তিৰ উদ্বোধন কৰিছে এইদৰে—

জাগা ! জ্যোতিস্বৰূপ যুবতি
দশভুজে ধৰি আয়ুধ জ্যোতি
ত্ৰিদিব তেজে দশভুজা হোৱা জননী,
বিশ্বকল্যাণ প্ৰতিষ্ঠা কৰা কল্যাণী।
... .. ...
দৈৱী ভাৰতপ্ৰাণ প্ৰতিষ্ঠাদাত্ৰী
জাগা ! কল্যাণী, জাগা বিশ্বমূৰ্তি।

ভাৰতৰ দাৰ্শনিক চিন্তাধাৰা আৰু সিদ্ধান্তৰ লগত নলিনীবালাৰ পৰিচয়ৰ স্বাক্ষৰ তেওঁৰ অনেক কবিতাই বহন কৰি আছে। তাপত্ৰয় বা ত্ৰিতাপ সাংখ্যদৰ্শনৰ মূল বস্তু। এই তিনি তাপৰ পৰা মানুহক মুক্ত কৰাৰ উদ্দেশ্য লৈয়ে সাংখ্যৰ জন্ম। 'সঁচা নে' কবিয়ে তেওঁৰ আৰাধ্য দেৱতাক সম্বোধন কৰি কৈছে—

তুমি যোৱে তাপিতৰ
ত্ৰিতাপ তাপিত হৃদয়ত
সান্ত্বনাৰ আশ্বাস শুনোৱা ?

উপনিষদ, ব্ৰহ্মসূত্ৰ আৰু গীতা—বেদান্তৰ এই তিনিটা প্ৰস্থান। প্ৰস্থান তিনিটা হ'লেও, বেদান্তৰ মূল উপনিষদ। ব্ৰহ্মসূত্ৰৰ লগত আছিল নে নাই নাজানোঁ, কিন্তু উপনিষদ আৰু গীতাৰ লগত নলিনীবালাৰ ঘনিষ্ঠ পৰিচয় আছিল। সন্ধিয়াৰ সুৰৰ 'সত্য পথিক' কবিতাটো কবিৰ এটা দাৰ্শনিক কবিতা। জীৱাত্মা আৰু পৰমাত্মাৰ অভেদ এটা বেদান্ত সিদ্ধান্ত। গীতাত কৈছে—'মমৈবাংশো জীৱলোকে জীৱভূতঃ সনাতনঃ' অৰ্থাৎ মোৰেই সনাতন অংশ সংসাৰত জীৱৰূপে আবিৰ্ভূত হৈছে। জীৱ ঈশ্বৰৰ সীমাবদ্ধ শক্তি হ'লেও ব্ৰহ্মোপলব্ধি হ'লে জীৱ আৰু ব্ৰহ্মৰ ভেদ তিৰোহিত হয়। পৰমাত্মাৰ দৰে জীৱাত্মাও সনাতন। সেয়ে কবিয়ে কৈছে—

বিপুল শকতি
হিয়াত তোমাৰ
বাহুত তোমাৰ অসীম বল।
ৰুদ্ধ হিয়াত
গুমৰি মৰিছে
মহাপ্ৰবাহৰ অসীম ঢল।
... ... ...
সত্য যে তুমি
শাশ্বত তুমি
কিহৰ মৃত্যু কিহৰ ভয় ?

'পৰম তৃষ্ণা' কবিতাত কবিয়ে কৈছে—

ভোগতেই মানুহৰ
তৃপিতি পলোৱা হ'লে
বাসনাও নোবাৰে থাকিব।
মানুহৰ আত্মাৰ
চৰম সমাধি হ'লে
জীৱন মৰণো নেথাকিব।

এই চিন্তাও ভাৰতীয় দৰ্শনৰে কথা। পূৰ্ব সহস্ৰ বছৰ যৌৱন ভোগ কৰিও অতুপ্ত হৈ ৰজা যযাতিয়ে কৈছিল—

ন জাতু কামঃ কামানামুপভোগেন শাম্যতি।
হবিষা কৃষ্ণবৰ্ত্মেৱ ভূয় এবাভিবৰ্ধতে।

কামোপভোগৰ দ্বাৰা কামনাৰ ক্ষয় নহয়; ঘিউ দিলে জুই যতাৰ দৰে বাঢ়েহে। কামনা বা বাসনাই কৰ্মবন্ধনৰ হেতু আৰু কৰ্মবন্ধন ক্ষয় নোহোৱালৈকে জন্ম-পুনৰ্জন্মৰ হাত সাৰিব নোৱাৰি। অলকানন্দাৰ 'এটি দীঘলীয়া ৰাতি'ও কবিৰ আন এটা দাৰ্শনিক কবিতা। ইয়াত মৃত্যুৰ পাছত জীৱৰ সূক্ষ্মদেহ ধাৰণ আৰু সেই সূক্ষ্মদেহৰ আকৌ পুনৰ্জন্মগ্ৰহণৰ তত্ত্ব দাঙি ধৰা হৈছে। পতঞ্জলিয়ে যোগদৰ্শনত কৈছে—'সতি মূলে তদ্‌বিকাৰো জাত্যায়ুৰ্ভোগঃ' অৰ্থাৎ কৰ্মৰ বিপাক বা প্ৰাৰব্ধৰ পৰাই জীৱৰ পুনৰ্জন্ম, আয়ু আৰু সুখ-দুখ ভোগ হয়। পূৰ্বজন্মৰ বাসনামূলক কৰ্মই পিছৰ জীৱনৰ প্ৰাৰব্ধ কৰ্মৰূপে ফল দান কৰে। ছান্দোগ্য উপনিষদৰ পঞ্চম অধ্যায় 'পঞ্চাগ্নি বিদ্যা'ত জীৱৰ পুনৰ্জন্ম গ্ৰহণৰ তত্ত্ব ব্যাখ্যা কৰা হৈছে। বৰ্তমান জীৱনৰ পুণ্যাত্মাসকলে অৰ্চিমাৰ্গেৰে ক্ৰমমুক্তিৰফালে গতি কৰে। এই গভীৰ তত্ত্বৰে মনোৰম কাব্যিক প্ৰকাশ হৈছে—

ফুলৰ সুগন্ধ বাৰি বতাহৰ বোকোচাত
লৈ ফুৰে যিদৰে বতাহে
মোৰো জন্মজন্মান্তৰে সংসাৰ প্ৰতিভা কৰ্মফল
প্ৰাৰব্ধৰ বোজা বান্ধি লৈ ভ্ৰমিছোঁ যিদৰে।

... ... ....

যিবোৰে বিচাৰি ল'লে জীৱনত পোহৰৰ বাট
সেইবোৰ উৰি গ'ল ঊৰ্দ্ধদেশলৈ।

সাম্য, মৈত্ৰী, কৰুণা, অহিংসাৰ বাণী প্ৰচাৰক ভগৱান বুদ্ধয়ো নলিনীবালাক যথেষ্ট আকৰ্ষণ কৰিছিল। বৌদ্ধধৰ্মৰ ত্ৰিশৰণ আৰু পঞ্চশীলৰ আদৰ্শই কবিৰ হৃদয়ত গভীৰ বেখা-পাত কৰিছে। পৰশমণিৰ "সিদ্ধাৰ্থ" কবিতা আৰু যুগদেৱতাৰ যুগদেৱতা বুদ্ধদেৱ কবিতাত শ্ৰেষ্ঠ ত্যাগ আৰু অহিংসাৰ প্ৰতিমূৰ্তি ভগৱান বুদ্ধৰ প্ৰতি আবেগপূৰ্ণ ভাষাৰে শ্ৰদ্ধাঞ্জলি যাচিছে।

নলিনীবালাৰ কবিতা-কাননত প্ৰৱেশ কৰিলে, আমি দেখা পাওঁ ঋষিৰ তপোবন, যজ্ঞৰ হোমানলৰ শিখা, তীৰ্থোদক, মঙ্গল ঘট, চন্দনৰ সুৰভি, পঞ্চদীপ, পুষ্পৰ অৰ্ঘ্য, আৰতিৰ বাদ্য। কৰ্মযোগী কৰ্মবীৰৰ কন্যাই তেওঁৰ জীৱনব্যাপী কৰা সাধনাৰ মাজেৰে পুণ্যভূমি ভাৰতৰ আধ্যাত্মিক জীৱন-যাত্ৰাৰ পবিত্ৰ সোঁত ভগীৰথে গঙ্গা নমাই অনাৰ দৰে বোৱাই দিছে।

# নলিনী-কাব্যত দেশপ্ৰেম

আব্দুছ ছাত্তাৰ

কবি নলিনীবালা দেৱীৰ দেশপ্ৰেমমূলক কবিতাৰ সংখ্যা আধ্যাত্মিক ৰহস্যবাদী কবিতাতকৈ যথেষ্ট কম। কবিৰ দেশপ্ৰেম আৰু স্বদেশপ্ৰেম নামান্তৰ মাত্ৰ; দুয়োটা একে পৰ্য্যায়ৰ। কাৰণ ভাৰতৰ কথা ক'বলৈ গৈ কবিয়ে নিজ জন্মভূমি অসমলৈ ঘূৰি আহে আৰু নিজ জন্মভূমি অসমৰ কথা ক'বলৈ গৈ ভাৰতভূমিত বিচৰণ কৰে। গতিকে নলিনীবালাৰ দেশপ্ৰেম বুলি কওঁতে দুয়োটাৰ অঙ্গাঙ্গী সম্বন্ধ আছে। এই প্ৰবন্ধটো আলোচনাহে—সমালোচনা বুলি যেন ভুল কৰা নহয়। কবিয়ে মৃত্যু বৰণ কৰাৰ কিছুদিনৰ আগতে ৰচনা কৰা আৰু মৃত্যুৰ কেইদিনমানৰ আগত প্ৰকাশ পোৱা 'অন্তিম সুৰ'ত কবিয়ে শেষৰ কবিতা 'সুৰে সুৰে সপোন আঁকিম'ৰ শেষৰ চৰণত প্ৰাণৰ আকুতিৰে অন্তৰৰ বাসনা ব্যক্ত কৰিলে আৰু তাতে কবি-প্ৰাণৰ স্বদেশপ্ৰেমেই হওক বা দেশপ্ৰেমেই হওক পৰিস্ফুট হৈ উঠিল। মৃত্যু-শয্যাত পৰি কবিয়ে সেই প্ৰেম ব্যক্ত কৰিলে অতি আনন্দেৰে:

'জনমভূমিত মোৰ ন ৰূপ পৰশ বুলাই
সোণোৱালী জোনাক বাকিম
সুৰ বাকি নীলিমা মাজত ন ৰূপ ন প্ৰতিভাত
সুৰে সুৰে সপোন আঁকিম।' (অন্তিম সুৰ)

'মই ভাৰতৰ নাৰী' বুলি মহিলা কবিগৰাকীয়ে ভাৰতীয় নাৰীৰ অতীতৰ বীৰত্ব-ত্যাগ-সাহস আদিৰ স্বৰূপ ফুটাই তুলিছে। এয়া আছিল ভাৰতৰ সুদিন। নাৰী অবলা নহয়—সেয়েহে কবিয়ে ক'ব পাৰিছিল:

'যুগশ্ৰেষ্ঠ শ্ৰীৰামৰ মহান শক্তিৰ হেতু মই সীতা
হৰধনু ভঙ্গৰ আকাঙ্ক্ষা
প্ৰতিজ্ঞা স্বৰূপ মই জনক দুহিতা।
সতী-সাবিত্ৰী মই, প্ৰেমৰ বেদীত তিয়াগিলোঁ ৰাজসুখ
পৰাজি মৃত্যুক ঘুৰাই আনিলোঁ প্ৰাণ মৃতক স্বামীৰ।'

অতীত ভাৰতৰ নাৰীক লৈয়ে কবিয়ে ইয়াত গৌৰৱ কৰা নাই—তেওঁ আধুনিক যুগৰ স্বাধীনচেতা ভাৰতীয় নাৰীৰ বীৰত্বকো সুঁৱৰিছে—

'দেশপ্ৰীতি-দীপ্তা মই ঝান্সীৰাণী
লক্ষ্মীবাঈ হ'লোঁ দুৰ্গাবাঈ ৰেজিয়া চুলতানা
নাৰী-ধৰ্ম পতিব্ৰতা ধৰ্ম ৰক্ষা হেতু
হ'লোঁ পদ্মিনী
আহুতিলোঁ নিজ প্ৰাণ সতী সঙ্গিনী স'তে
জলন্ত বহ্নিত 'জহৰ' ব্ৰতধাৰিণী।'

ভাৰতীয় নাৰীৰ দেশপ্ৰেম অতি সুন্দৰভাৱে ওপৰৰ চৰণকেইটাত প্ৰকট হৈছে। সেয়েহে কবিয়ে ক'ব পাৰিছে—

"ভাৰত-মনীষা মই যুগে যুগে অনিৰ্বাপিতা।"

ভাৰতেই যেন বিশ্বকল্যাণ সাধিব পাৰে তাৰ কাৰণেই কবিয়ে 'মাতৃবন্দনা'ত কৈছে—

'জাগা! জ্যোতিস্বৰূপা মুৰতি
দশভুজে ধৰি আয়ুধ জ্যোতি,
ত্ৰিদেৱ তেজে দশভুজা হোৱা জননী
বিশ্বকল্যাণ প্ৰতিষ্ঠা কৰা কল্যাণী।'

কবিৰ 'ভাৰত-বাণী' অন্তৰপৰশা এটি অতি মূল্যবান কবিতা:

'সুবিশাল ভাৰতবৰ্ষৰ জ্ঞানকোষ উপনিষদে
কৈ আছে সদায় চিঞৰি
ভাৰতৰ মনীষাই দি আছে সদায় সঁহাৰি।'

দেশপ্ৰেমত উদ্বুদ্ধ হৈ কবিয়ে কৈ উঠিল—

'পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ বিশাল ই দেশ অনুপম'

এই ভাৰতৰ লগত আনৰ বিজনি নহয়। সেয়েহে তেওঁ ক'লে—

"ঐতিহ্যৰ বস্তু সংস্কৃতিয়ে বাৰে বাৰে ৰক্ত কণিকাত
আনে উন্মাদনা।"